Ban Pharingar Geet

[ a melody of grasshopper ]
a collection of short stories in Assamese
based on Karbi life written by

Rong Bong Terang.

First Edition May 1990

Layout & Design
Udayan Biswas

Published by
Sujit Bhattacherjee
Santi Prakashan, Panbazar
Guwahati 781001

Price Rupees 20/- only

প্ৰথম প্ৰকাশ □ মে ১৯৯০

পৰিবেশক
ষ্টুডেণ্টছ এম্প'ৰিয়ম
নতুন বজাৰ ডিব্ৰুগড় অসম

প্ৰকাশক
সুজিত কান্তি ভট্টাচাৰ্য
শান্তি প্ৰকাশন
পানবজাৰ গুৱাহাটী ৭৮১০০১

মুদ্ৰাকৰ
শ্যামাচৰণ মুখোপাধ্যায়
কল্পনা প্ৰিন্টাৰ্স
কলিকাতা-৪

মূল্য ২০.০০ টকা

'সাদিনীয়া নৱ-যুগ' কাকতখনে

লেখাৰ প্ৰেৰণা দিছিল—প্ৰতিশ্ৰুতিহীনভাৱে।

তাৰেই স্মৃতিত

ড° বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্যদেৱলৈ

'বন-ফৰিঙৰ গীত'

শ্ৰদ্ধাৰে আগবঢ়ালোঁ।

## নিজৰ কথা

কাৰবি আংলঙৰ মাটিত আছে
মানৱ জীৱনৰ বিচিত্ৰ কথা।
'বন ফৰিঙৰ গীত'—তাৰেই প্ৰতিধ্বনি।
চুটি-গল্পৰ সৌন্দৰ্য হয়তো এইবোৰত মুঠেই নাই।
অসমৰ আৰ্লেংসকলৰ গল্প-চিত্ৰ
পাঠকৰ হাতত থাকক—এই আশাৰে
সংকলনটি যুগুতালোঁ।

সাদিনীয়া নৱ-যুগ প্ৰকাশ ময়ূৰ বৰ্ণালী ইণ্টাভিক জান-পীঠ ; আৰু লগতে, অসম বাণী বাতৰি আজিৰ অসম,—এই আলোচনী।

বাতৰি কাকতবোৰত আত্মপ্ৰকাশ কৰি আহিছে—সংকলনৰ গল্প-চিত্ৰবোৰে। সেই আলোচনী, বাতৰি কাকতৰ সম্পাদকসকললৈ হিয়াৰ তলিৰ পৰাই যাচিছোঁ—পাহাৰী ফুলৰ নিৰ্যাস।

বন ফৰিঙৰ গীত শুনিছোঁ—বনানিৰ অতি নিবিড় প্ৰান্তৰ পৰা ; কিন্তু বুজিহে নাপালোঁ—সিহঁতৰ গীতৰ মূৰ্ছনা। সেই দুবুজা গীতৰ কথাকে প্ৰকাশকে সাহসেৰে ছপাই মেলি পাঠকৰ হাতত তুলি দিলে—এটি জীৱন্ত ফৰিং ৰূপে। প্ৰাণৰ গভীৰ তলিৰ পৰা 'কাৰ্‌লম'ৰ বাহিৰে তেখেতলৈ দিবলৈচোন মোৰ একোৱেই নাই।

বং বং তেৰাং



# সূচীপত্ৰ

# প্ৰেতাত্মা

…আমি হৰু হৈ থাকা হময়তে দেই বাবু। জুই কিনাৰতে বুঢ়াবিলাকে আমাক ইজাৰ কথা কৈছিলে। অ' তিতিয়া বোলে বাবু, এই পানী বহুত ওখ পাৰাই পাৰিছিলে। ইজাৰ ধোঁৱাতে চৰক্ পাৰাই মুকাক্ মানে হেই ৰামধুনুকটো নামিছিলে। হয় না নহয়, আমাৰ নাজানে। বুঢ়া লোকৰ কথাহে দেই। হেই হময়তে এইটো ঘটনা বাবু!…

বহল শিলচটাৰ ওপৰত পুৱাৰ মিঠা ৰ'দলৈ লংবি টেৰনে বৰ্ণনা কৰিব বিচৰা কথাখিনি আছিল তেনেধৰণৰ। থাৰ গছৰ পাতেৰে পকোৱা ধপাত হুপি হুপি জয়ন্ত বৰুৱাৰ আগত সি অতীতৰ কৰুণ কাহিনী কৈ গৈছিল—ভগা ভগা অসমীয়াৰে। বৰুৱাই চিগাৰেট এডাল জ্বলাই লংবিৰ কথাবোৰ শুনিছিল আৰু যোৱা নিশাৰ আচৰিত দৃশ্যৰ ৰোমন্থন কৰি নদীৰ মাজৰ বহল শিলচটা আৰু গছ জোপালৈ নিৰীক্ষণ কৰিছিল।

২

'বাবু! ৰাতি তই বৰ ভয় পাইছিলে নহয়?'—লংবি টেৰনে বৰুৱাক সুধিলে।

হঠাতে লংবিয়ে প্ৰশ্ন কৰাত বৰুৱাৰ ৰোমাঞ্চিত ৰহস্যময় জগতখন খন্তেক সময়ৰ বাবে আঁতৰি গ'ল আৰু ভয় খোৱা নাছিল বুলি মিছা কথা এটিৰে নিজৰ মৰ্যদা ৰাখিবলৈ বৰুৱাই যত্ন কৰিলে। দৰাচলতে যোৱা ৰাতিৰ দৃশ্য দেখি ভয়ত বৰুৱাই অত্যন্ত বিহ্বল হৈ পৰিছিল। তথাপিও তাৰ আগত ভয় খোৱা কথাটো প্ৰকাশ কৰিবলৈ বেয়া পাইছিল এই বাবেই যে সি ভূত-প্ৰেত বিশ্বাস নকৰে বুলি লংবিক আগ দিনাখনেই কৈছিল। পাহাৰৰ ভূত-প্ৰেতক বিশ্বাস নকৰি এক ঈশ্বৰক বিশ্বাস কৰিবলৈ বৰুৱাই তাক উপদেশ দিছিল।

জয়ন্ত বৰুৱাৰ ঘৰ যোৰহাটত। খনিজ সম্পদ অনুসন্ধান কৰিবলৈ বীৰ সিং পিয়নৰ সৈতে মিকিৰ পাহাৰলৈ আহি শিল ভেটাৰ কাষতে কেম্প কৰি আছিলহি। ডিফুৰ পৰা পঁচিশ-ত্ৰিশ মাইলমান দূৰ হয় কাৰণেই শিলভেটাৰ কাষতে কেইদিনমান থাকি, তাৰ আশে-পাশে খনিজ সম্পদ অনুসন্ধান কৰি পুনৰ উভতি যোৱাৰ কথা। পাহাৰীয়া ঠাই। চাৰিওফালে গহীন অৰণ্য ভূমি। বাট-পথ দেখুৱাবৰ কাৰণে ওচৰৰ ৰংপি গাঁৱৰ জনা বুজা লোক লংবি টেৰনক বৰুৱাই লগত ললে। অনুসন্ধান কাৰ্যত, বিশেষকৈ চূৰ্ণ-শিল আৰু কয়লা থকা পাহাৰ দুটামান উলিয়াই দিয়াত লংবি টেৰনে বৰুৱাক বহুতখিনি সহায় কৰি দিলে।

ঘৰত অসুখৰ বাতৰি পাই যোৱা কালি আবেলিয়েই লংবি টেৰন ঘৰলৈ গৈছিল। কেম্পৰ পৰা তিনি মাইলমান আঁতৰত তাৰ গাঁওখন। বিশেষ অসুবিধা নহ'লে গধূলি ঘূৰি অহাৰ কথা আছিল। চৰকাৰী কাগজ-পত্ৰ বীৰ সিঙৰ হাতত দি ৰাতিপুৱাৰ

বাছখনত ডিফুলৈকে তাক পঠিয়াইছিল। সিও সন্ধিয়াৰ বাছখনত উভটি অহাৰ কথা।

সন্ধিয়া নামি আহিছিল—শিলভেটাৰ বনাঞ্চলত। নিৰ্জন পথত জাক জাক বন-কুকুৰাৰ বিচৰণ দেখি বৰুৱাৰ ভাল লাগিল। হাতত বন্দুকটো লৈ শিল ভেটাৰ ওচৰে পাজৰে ঘূৰি কুকুৰা চিকাৰ কৰিবলৈ বৰুৱাৰ ইচ্ছা হৈছিল। জাক জাক কুকুৰা পাইয়ো বৰুৱাই গুলি নকৰিলে। বন-কুকুৰাবোৰৰ মুক্ত বিচৰণৰ আনন্দই তাকো অভিভূত কৰি পেলাইছিল। অৰণ্যৰ প্ৰশান্তিত ব্যাবুদৰ খোঁৱাৰে আতংকৰ সৃষ্টি কৰিবলৈ বৰুৱাৰ স'ত নগ'ল। আন্ধাৰ নামি অহাত, বৰুৱাই কেম্পলৈকে ঘূৰি আহিল।

ইতিমধ্যে প্ৰথম বাছখন অতিক্ৰম কৰি গ'ল। বীৰ সিং অহাৰ কোনো ইঙ্গিত নাপালে। শেষৰ বাছখনত আহিব পাৰে বুলি বৰুৱাই ভাবিলে। বন্দুকটো ভিতৰত থৈ কেম্পৰ সন্মুখত লংবি টেবনে গোটাই থোৱা শুকান খৰিৰ দ'মটোত বৰুৱাই জুই ধৰিলে। নিশাৰ অৰণ্যত জুই-কুৰাই বন্য জন্তুৰ পৰা কিছু সকাহ দিব পাৰে বুলি বৰুৱাই জানিছিল।

কিছু সময়ৰ অন্তত, বাছ অহাৰ শব্দ বৰুৱাই গম পাই কেম্পৰ ভিতৰৰ পৰা ওলাই আহি বাটৰ কাষত অপেক্ষা কৰিছিল। বৰুৱাই বাছখন ৰখালে। বাছৰ ভিতৰত বীৰ সিংক নেদেখি, ডিফুৰ পৰা কিবা খবৰ পঠিয়াইছেনেকি বুলি বৰুৱাই ড্ৰাইভাৰক সুধিলে। একো খবৰ দিয়া নাই বুলি কৈ ড্ৰাইভাৰে বাছখন চলাই দিলে। বৰুৱা চিন্তাত পৰিল। ডিফুৰ পৰা আহিবলগীয়া বাছ আৰু নাই। ডিফুৰ পৰা ডবকালৈকে কেৱল দুখন বাছেই অহা-যোৱা কৰি থাকে। লংবি টেবনো ঘৰৰ পৰা উলটি নাহিল।

বাছখন আঁতৰি যোৱাৰ লগে লগে বৰুৱাই বৰ অকলশৰীয়া

অনুভৱ কৰিলে। কেম্পৰ পৰা পাঁচ ফাৰ্লং আঁতৰত কাৰ্ডাম্‌ম্‌ প্লেণ্টেচন্‌ অফিচাৰৰ ঘৰ আছে যদিও বাছথন যোৱাৰ পাচতহে বৰুৱাৰ মনত পৰিল। অকলশৰে ৰাতি তালৈ যোৱাও সম্ভৱ নহয়। সন্ধিয়া নমাৰ লগে লগে বনৰীয়া হাতীবোৰে পানী খাবলৈ প্ৰায়েই আহে। ইফালে অৰণ্যৰ মাজত অকলে ৰাতি থকাটো সমীচীন নহয় বুলি বৰুৱাই চিন্তা কৰিলে। কিন্তু কৰিব কি? নিৰুপায় হৈ বৰুৱাই নিজৰ কেম্পলৈকে খোজ ললে। বীৰ সিঙৰ ওপৰত তাৰ ভীষণ খং উঠিল। বাহিৰৰ জুই-কুৰাকে ভালদৰে জ্বলোৱাৰ ব্যৱস্থা কৰিলে। ওচৰতে পৰি থকা কুমলীয়া গোটা বাঁহ জুইত সুমুৱাই দিলে। জুই জ্বলি উঠাৰ লগে লগে গোটা বাঁহবোৰ ফুটিবলৈ ধৰিলে। জুইৰ দপ্‌দপনি আৰু বাঁহ ফুটাৰ শব্দ শুনি বন-কুকুৰা চৰাইকেইটামানে ভয়ত উৰি যোৱা বৰুৱাই গম পালে। জুইৰ পোহৰ আৰু শব্দৰ প্ৰতিধ্বনিয়ে পৰিবেশৰ নিৰ্জনতা ভালেখিনি আঁতৰাৰ যোৱাত সহায় কৰিলে। বৰুৱাৰ মন অলপ ভাল লাগিল। এইয়াওতো সংগ্ৰামৰেই পদক্ষেপ,—বৰুৱাই ভাবিলে।

অকলশৰীয়া কাৰণে বৰুৱাৰ ভাতৰ ব্যৱস্থা কৰিবলৈ মন নগ'ল। লঘু আহাৰ খাই, কয়লা আৰু চূৰ্ণ-শিলৰ টুকুৰাবোৰ পৰীক্ষা কৰিবৰ বাবে ঠিক কৰিলে। এইবোৰৰ গুণাগুণ নিৰ্ণয়ৰ বাবে চেম্পল্‌ কিছুমান পেকিং কৰিবলৈকো মনস্থ কৰিলে। কয়লা ডোখৰ উৎকৃষ্ট মানৰ হয়নে নহয় লেম্পৰ পোহৰত চাই চাই বৰুৱাই ভাবিলে,—'বিটুমিনছ্‌ ভেৰাইটিৰ কয়লা যেন লাগিছে! শিল-ভেটাৰ কয়লাখিনি অ'পেন্‌ কাষ্ট্‌ মেথডত খান্দি উলিয়াব লাগিব। এই প্ৰাকৃতিক সম্পদ আহৰণ কৰিবৰ কাৰণে আমাৰ জনশক্তি আৰু কাৰিকৰী জ্ঞান জানো আছে? অসমৰ মাটিতে এই কয়লাখিনি ব্যৱহাৰ কৰিব পৰা হ'লে! অসমৰ মাটিত কি নাই? সোণেৰে

চোন ঠাই খাই আছে। শিক্ষাৰ অভাৱ আৰু লগতে আমাৰ মনত শিপাই ধৰা অন্ধ বিশ্বাসেই প্ৰগতিৰ হেঙাৰ ৰূপে ঠিয় দিছেহি। কয়লা বুটলিব ধৰোঁতে লংবি টেৰনৰ ভয়াৰ্ত দৃষ্টি আৰু আতংক-গ্ৰস্ত মনটোৰ মূল কাৰণ অন্ধ বিশ্বাস'।

হাতৰ কয়লা ডোখৰ পলিথিন কাগজত বান্ধি বান্ধি লংবি টেৰনৰ কথাখিনি বৰুৱাই মনত পেলালে। কয়লা বুটলিবলৈ কিয় ভয় লাগে বুলি তাক প্ৰশ্ন কৰাত সি কৈছিল,—'বাবু, ইজ্জাত থাকা দেওটো বৰ কাৰা আছে। এই কালা মাটি ঘৰ্তে নিলে, আমাৰ কলিজ্জাভি কালা হ'ব। হেই নিমিত্তে আমাৰ বস্তি মানুহে ইজ্জাতে আৰা খেতি নকৰে। মই হ'লে বৰ ভয় লাগে দেই বাবু।'

'কিমান যে ভয় ইয়াৰ থলুৱা মানুহখিনিৰ! প্ৰকৃতিৰ সেই বিস্ময় ৰূপ আৰু আশ্চৰ্যজনক কাৰ্যবোৰত দেও-ভূত থকা বুলি কাষ চাপিবলৈকে ইচ্ছা নকৰে।'—বৰুৱাই অকলশৰে ভাবি ভাবি পেকিং কাগজ ডোখৰৰ ওপৰত নোট্ দুশাৰীমান লেখিবলৈ ধৰিলে। হঠাতে বাহিৰত খৰ্খৰাই উঠাত বৰুৱাই হাতৰ কলমটো সামৰি অলপ পৰ গম ললে। একো শব্দ নোহোৱাত গছৰ পাত সৰা শব্দ বুলি অনুমান কৰি বৰুৱাই নোট্ লিখা কামখিনি সামৰি থলে। ৰাতি ভালেমান হোৱাত বাকী কামখিনি সামৰি শুবলৈ ঠিক কৰিলে।

জলপ্ৰপাতৰ হো-হোৱনি শব্দই অৰণ্যৰ নিবিড়তা ভাঙিছিল যদিও ঝিলিৰ মাতে ৰাতিৰ গভীৰতাক আৰু গভীৰতৰ কৰি তুলিছিল। খিড়িকীখন খুলি বাহিৰলৈ এনেয়ে এবাৰ চালে। জোনৰ স্নিগ্ধ পোহৰত সিপাৰৰ শিল আৰু গছবোৰ স্পষ্ট হৈ উঠিছে। নদীৰ পানীতো জোনৰ পোহৰ জিল্মিলাই উঠিছে। জোনৰ পোহৰত প্ৰকাশি উঠা যমুনাৰ বালি-চৰ দেখি বৰুৱাৰ মনত পৰিল লংবিৰ কথা। নিবিড় জোনালী নিশা হেজো জাক

জাক পহুৰে পানী খায়হি। বালি-চৰত একো নেদেখি বৰুৱাই খিড়িকীখন জপাই দিলে আৰু শিতানত বন্দুকটো থৈ লেমৰ ফিটা কমাই শুই পৰিল।

টোপনি যাবৰ চেষ্টা কৰিও নানান চিন্তাত বৰুৱাই টোপনি যাব পৰা নাছিল। বতাহত কঁপি উঠা গছ-পাতৰ শব্দবোৰ শুনিবলৈ ধৰিলে। কিবা কিবি চৰাইৰ মাতৰ লগতে সিপাৰৰ পাহাৰৰ পৰা কেতেকী চৰাইৰ মিঠা মাত ভাহি আহিছিল। কেতেকীৰ মাত শুনি ভাল লাগিল। কলেজত পঢ়া কোনোবা ইংৰাজ কবিৰ কবিতালৈ বৰুৱাৰ মনত পৰিল। 'এৰা, ইংৰাজৰ দেশৰ কেতেকীৰ দৰেই আমাৰ অসমৰো কেতেকী'। আনকি মিকিৰ পাহাৰিৰ এই গভীৰ অৰণ্যৰ পৃথিৱীখনতো সেই একেটি মাতৰ কেতেকী চৰাই! ইয়াতো কোনো বিচিত্ৰতা নাই? সমগ্ৰ বিশ্ববাসীকেই এক ঐক্য-সূত্ৰত এই বন-পক্ষীয়ে বান্ধি ৰাখিছে! কিমান মিঠা অথচ ইমান দৰদী কণ্ঠস্বৰ কিয়?'—কথাবোৰ ভাবি ভাবি বৰুৱাৰ মনটো ক্ৰমান্বয়ে সেমেকি আহিল। মনত পৰিল যোৰহাট নগৰৰ উপকণ্ঠত থকা সৰু পঁজাটিলৈ। আবিস্কাৰৰ ৰোমাঞ্চ আৰু জীয়াই থকাৰ সংগ্ৰাম এই দুয়োটাৰ তাড়নাতেই মৰম ভৰা ঘৰখনৰ পৰা আঁতৰি, মিকিৰ পাহাৰৰ অৰণ্যৰ মাজত আজি আছেহি নিঃসঙ্গভাবে। কল্পনাৰ মধুৰতাৰ লগত বাস্তৱৰ নিষ্ঠুৰতাৰ দিশবোৰক বৰুৱাই মনতে ৰিজাই চালে। কেতেকীৰ মাতত বৰুৱাই যেন বিচাৰি পাব ধৰিলে মালতীৰ কণ্ঠস্বৰ। স্মৃতিৰ আঁত বিচাৰি বৰুৱা এখন্তেক ব্যাকুল হৈ পৰিল। অতীতৰ বহুতো স্মৃতিয়ে বৰুৱাক অভিভূত কৰি পেলালে। নিবিড় অৰণ্যৰ অন্ধকাৰ নিশাত জয়ন্ত বৰুৱা যেন হৈ পৰিল— এক বেদনাহত নিঃসঙ্গ মানৱ!

ভালেমান সময়ৰ অন্তত বৰুৱাৰ চিলমিলকৈ টোপনি

আহিছিল ; কিন্তু হঠাতে কোনোবা নাৰীৰ ক্ৰন্দন-ধ্বনি কাণত পৰাত, বৰুৱাৰ টোপনি ভাব আঁতৰি গ'ল। শুই থকা অৱস্থাৰ পৰাই পুনৰ ভালদৰে কাণ পাতিলে। 'ঠিকেই। কোনো ভুল শুনা নাই। নদীৰ ফালৰ পৰাই সেই একে ধৰণৰ কন্দা শব্দবোৰ ভাঁহি আহিছে।' —বৰুৱাই অনুমান কৰিলে। শোৱাৰ পৰা লাহেকৈ উঠি বৰুৱাই লেমৰ ফিটাডাল বঢ়াই দিলে। বন্দুকটো হাতত লৈ খিড়িকীখন লাহেকৈ খুলি নদীৰ ফালে নিৰীক্ষণ কৰিলে। নদীত একো দেখা নাপালে। পানীৰ হো-হোৱনি আৰু জিলি পোকৰ অবিৰাম ক্ৰন্দন ধ্বনি কেৱল শুনা গ'ল। খিড়িকীখন পুনৰ জপাই বিচনাখনত বহি বৰুৱাই ভাবিলে,— 'সন্ধিয়া সময়লৈকে ইয়ালৈতো কোনো মানুহ অহা নাছিল, আৰু অহা হ'লেও নিশ্চয় গম পালোঁহেঁতেন। এই নিৰ্জন তাতে গভীৰ ৰাতি নাৰীৰ বিননি নৈৰ পাৰত কেনেকৈ হ'বলৈ পালে ?' তন্দ্ৰাজনিত কাৰণত কিবা ভুল শুনা বুলি ভাবি বৰুৱাই আকৌ শুবলৈ ঠিক কৰিলে। হঠাতে সেই নাৰী কন্ঠৰ আৰ্তনাদ আকৌ বৰুৱাৰ কাণত পৰিল। এইবাৰ বৰুৱাই স্পষ্টকৈ শুনিবলৈ পালে, —এটি দীঘলকৈ চিঞৰি মতা নাম 'লং-কি' বুলি। বিচনাৰ পৰা নামি বৰুৱাই খিড়িকীখনেৰে আকৌ ভালদৰে নিৰীক্ষণ কৰিলে। পানীৰ মাজত থকা গছ-জোপাৰ ছাঁত অস্পষ্টকৈ কিবা এটা ছাঁয়া দি থকা বৰুৱাই দেখিবলৈ পালে। ভয় আৰু উৎকন্ঠাৰে বৰুৱাই নিৰীক্ষণ কৰি থাকিল—সেই অস্পষ্ট ছায়া-মূৰ্ত্তিটোলৈ।

ঘড়ীটোলৈ চালে। ৰাতি ডেৰ বাজিছে। ৰাতি পুৱাবলৈ এতিয়াও বহুত সময় আছে। বাহিৰলৈ গৈ অকলে অনুসন্ধান কৰিবলৈকো বৰুৱাৰ ভয় লাগিল। বীৰ সিং বা লংবি লগত থকা হ'লেও কিবা এটা কৰিব পৰা গ'লহেঁতেন। বৰুৱাই একো উপায় বিচাৰি নাপাই নীৰৱে খিড়িকীৰে চাই থাকিল,—সেই ছাঁটোলৈকে।

৮

বৰুৱাই এইবাৰ স্পষ্টকৈ দেখিলে, সেই ছাঁৰ দৰে থিয় হৈ থকা মূৰ্ত্তিটো লাহে লাহে জল প্ৰপাতৰ কাষত থকা শিল-চটালৈকে আগুৱাই আহিছে। জোনৰ পোহৰত ছায়া মূৰ্ত্তিটোৰ আকৃতি স্পষ্ট হৈ উঠিল। আউলি-বাউলী চুলিৰে তাই আগুৱাই আহিছে। সাজ-পাৰ দেখি তাই কাৰ্বি ছোৱালী বুলি বৰুৱাই অনুমান কৰিলে। ছোৱালীজনী শিল-চটাৰ ওপৰত বহি একেৰাহে জলপ্ৰপাতৰ ফালে চাব ধৰিলে। 'কোন সেইজনী' বুলি মাত দিবলৈ খুজোঁতে, বৰুৱাৰ বুকু চিৰিংকৈ উঠিল,—'কিজানি জাই মানৱী নহয়? জীয়া মানুহ এই ৰাতি নদীৰ মাজত বিচৰণ কৰা জানো সম্ভৱ?' ভিতৰৰ পৰাই তাইৰ গতিবিধি লক্ষ্য কৰা প্ৰশস্ত হ'ব বুলি বৰুৱাই ঠিক কৰিলে।

পানীৰ শব্দৰ লগত তাইৰ বিনানি পুনৰ ভাহি উঠিল। 'লংকি' বুলি কাৰোবাক তাই মাজে সময়ে মাতিছে। বৰুৱাই লক্ষ্য কৰিলে—শিল-চটাৰ পৰা তাই ধীৰে ধীৰে পাৰৰ বালি চৰলৈ আগুৱাই আহিছে। জোনৰ পোহৰত এইবাৰ তাইৰ দেহ আৰু মুখমণ্ডল স্পষ্টকৈ দেখা পালে। তাইৰ হাতত কিবা এটা সৰু বস্তু ধৰি আছে। 'সম্ভৱ কটাৰী',—বৰুৱাই ভাবিলে। বৰুৱাৰ ফাললৈকে ছোৱালীজনী আহি থকা দেখি বৰুৱাৰ বুকু কঁপি উঠিল। জোৰেৰে বন্দুকটো ধৰি বৰুৱাই চাই ৰ'ল—সন্ত্ৰস্ত দৃষ্টিৰে।

বৰুৱাই লক্ষ্য কৰিলে, বালিচৰত থিয় দি ছোৱালীজনীয়ে সিপাৰলৈকে চাই আছে। হঠাৎ ভয় লগা চিঞৰ এটা মাৰি তাই আগৰ শিল-চটালৈকে দৌৰি গ'ল। চিঞৰত ওচৰৰ বনাঞ্চল যেন কঁপি উঠিল। বৰুৱাই এইবাৰ ভয় বৌছকৈ খালে। বন্দুকটো নদীৰ ফালে টোৱাই ট্ৰিগাৰত টান মাৰিব খোজোঁতেই, ট্ৰিগাৰৰ পৰা আঙুলি আঁতৰাই আনিবলৈ বাধ্য হ'ল— "কা-দ-ম" বুলি

কোনোবা পুৰুষ কন্ঠৰ মাত গছজোপাৰ আঁৰৰ পৰা ভাহি অহা শুনি। বৰুৱাই দেখিলে,—গছ জোপাৰ তলত জুই একুৰা জ্বলি উঠিছে। কি কৰিব একোকে স্থিৰ কৰিব নোৱাৰি বৰুৱা বিমূঢ় হ'ল। জুই জ্বলাৰ পাচতেই সেই ছোৱালীজনী 'লং-কি' বুলি চিঞৰি জলপ্ৰপাতৰ মাজত পৰি অদৃশ্য হৈ গ'ল। লগে লগে জুইকুৰাও নুমাই যোৱা বৰুৱাই দেখা পালে।

বৰুৱাৰ মনৰ প্ৰহেলিকা এইবাৰহে আঁতৰি গ'ল। সিহঁত আচলতে কিবা প্ৰেতাত্মা বুলি বৰুৱাৰ বিশ্বাস দৃঢ় হ'ল আৰু সেই ভাব অহাৰ লগে লগে গাৰ নোমবোৰ শিয়ৰি উঠিল। খিড়িকীখন বন্ধ কৰি 'হে প্ৰভু!' বুলি বৰুৱাই এবাৰ ভগৱানৰ নাম স্মৰণ কৰিলে। 'অকলে অনুসন্ধান কৰিবলৈ যোৱা হ'লে...' নাই, বৰুৱাই আৰু একো ভাবিবলৈ ইচ্ছা নকৰিলে। ভয়ত আমঠু ক'লা পৰি যোৱাৰ উপক্ৰম হ'ল। সন্ত্ৰস্ত দৃষ্টিৰে এবাৰ নিজৰ ঘড়ীটোলৈ চালে। ৰাতি আঢ়ৈ বাজিবৰ হ'ল। ওচৰৰ গছ-জোপাত ফেঁচাৰ ভয় লগা মাত শুনি বৰুৱাৰ আৰু ভয় লাগিল। শিলঙটোৰ পৰিবেশটো হঠাতে বৰুৱাৰ বাবে এক জয়াল ঠাই হৈ দেখা দিলে।

বৰুৱাৰ আৰু শোৱা নহ'ল। দুশ্চিন্তাত শেষ নিশাটোও উজাগৰে কটাই দিলে। ৰাতিপুৱা লংবিয়ে আহি 'বাবু, বাবু' বুলি দুবাৰমান মাত দিলেহি। ভিতৰলৈ সোমাই আহিবলৈ কোৱাত সি ভিতৰলৈকে সোমাই গ'ল আৰু 'কাৰদম' এটা জনাই সি মাটিত বহি পৰিল। কান্ধৰ পৰা তাৰ পুৰণি জোলোঙাটো বেৰখনৰ চুকত থৈ দিলে।

'যোৱা কালি কিয় নাহিলি, লংবি?—' বৰুৱাই সুধিলে। চুকত থৈ দিয়া জোলোঙাটো টানি আনি ভিতৰত কিবা বিচাৰি বিচাৰি লংবিয়ে ক'লে,—'ল'ৰাটো খুউব বথাৰ বাবু! তাৰ

নিমিত্তে দেও পূজা কৰিছে। হেই নিমিত্তে আহিব নোৱাৰিলে। বীৰ সিং নাই আহা নিকি বাবু ?'

'নাই।'—বৰুৱাই চমুকৈ ক'লে।

'ৰাতি কি দৰে থাকিলে, বাবু ?'

'নাথাকি কি উপায়, লংবি ? চাকৰি-জীৱন এনেকুৱাই। বাৰু সেইবোৰ থ। তোৰ ল'ৰাটো কেনে হৈছে ?'—বৰুৱাই সুধিলে।

জ্বৰ কমিছে বুলি জানিব পাৰি, বৰুৱাই লংবিক ক'লে,— 'বাবু লংবি, চাহ খাবৰ কাৰণে জুই অলপ ধৰচোন। পানীও নাই। বাল্টিৰে পানী আনি থাব। মই মুখখন ধুই আহোঁ দেই।'

মুখ ধুবলৈ বুলি বৰুৱা নদীলৈকে নামি গ'ল। বৰুৱাৰ পিচে পিচে লংবিও পানী আনিবলৈ ঘাটলৈকে নামি গ'ল। লংবিয়ে মন কৰিলে বৰুৱাবাবু আগৰ কেইদিনৰ দৰে লগা নাই। মনত যেন কিহবাৰ ভয় এটা সোমাই আছে! চকুৰ চাৱনিতো যেন প্ৰকাশি উঠিছে—ত্ৰাস-বিহ্বল দৃষ্টি। মুখ ধুই নৈৰ ফালে একেৰাহে চাই থকা দেখি লংবিয়ে সুধিলে,—'কি চাই থাকিছে বাবু ?'

'একো নাই। এনেয়ে চাইছোঁ।'—বৰুৱাই ক'লে। বিশেষ কথা নাপাতি বৰুৱাই কেম্পলৈকে গুচি আহিল।

চাহ খাই থাকোঁতে বৰুৱাই লংবিক সুধিলে,—'লংবি, এই শিল ভেটাত তহঁতৰ কিবা আছেনেকি অ' ?'

'শিল ভেটাত !'

'অ'। তহঁতৰ কিবা দেও-ভূত আছে নেকি ?'

'নাই বাবু। এককু নাই। মাত্ হ'লে আছে দেই বাবু। আমাৰ বস্তি মানুবিলাকে বহুত মাত্ (মাছ) ধৰে। কোনোবা দিনটো কাছিম্ ভি দুই একটা পায়।'—লংবিয়ে সহজভাবে বৰুৱাক বুজাবলৈ চেষ্টা কৰিলে।

'সেইবোৰৰ বাহিৰেও আৰু কিবা নিশ্চয় আছে। পহু জাতীয়

নেকি বুলি চাওঁতে মই এক আচৰিত দৃশ্য দেখিছোঁ। তই বুঢ়া মানুহ, নিশ্চয় জানিবি।'—বৰুৱাই কথাখিনি কৈ চাহ-কাপ সামৰিলে। লংবিক বন্দুকটো দি নদীৰ পাৰলৈকে তাক লৈ গ'ল আৰু শিল চটাৰ ওপৰত বহি ৰাতিৰ অদ্ভুত দৃশ্যটোৰ কথা লংবিৰ আগত বৰ্ণাব ধৰিলে। লংবিয়ে সন্দেহ কৰা কথাটো ধৰা পৰাত, ব্যগ্ৰভাৱে বৰুৱাৰ মুখলৈ চাই সি ক'লে,—

'হয় বাবু, ইয়াত দেও আছে। আপুনি ভয় খাব নিমিত্তে মই মিছা কৈছিলে। মনত্তে বেয়া নাপাবি দেই বাবু ; এই কথা বহুত পুৰণা আছে......'

খাৰ পাতেৰে পকোৱা ধপাত হুপি হুপি লংবিয়ে জয়ন্ত বৰুৱাৰ আগত পুৰণি কাহিনী কৈ যাব ধৰিলে ঃ বহুত কালৰ আগত, এই শিল ভেটাৰ ওচৰত এখন কাৰবি গাঁও আছিল। গাঁওখনৰ এজনী ছোৱালী আছিল। নাম তাইৰ কাদম। সেই গাঁৱৰে এটা দুখীয়া ঘৰত লংকি নামৰ ল'ৰা আছিল। দুখীয়া হলেও স্বভাৱ চৰিত্ৰ সুন্দৰ আছিল।

ল'ৰালি কালৰ পৰাই সিহঁত হালৰ মিলা-প্ৰীতিৰ প্ৰতি সকলোৱে লক্ষ্য কৰিছিল। গাঁৱত আন ল'ৰা-ছোৱালীৰ সতে নদীৰ বালি চাপৰিত বালি-ঘৰ সাজি আনন্দ কৰিছিল। জলপ্ৰপাতৰ ওপৰত ভাহি উঠা ৰামধেনুৰ বিচিত্ৰ ৰঙৰ মেলা চাই সিহঁতে গীত গাই নাচিছিল। কেতিয়াবা লংকিয়ে ডাঙৰ মাছ ধৰিলে, তাৰে এভাগ কাদমক দি মনত তৃপ্তি পাইছিল।

সময় বাগৰাৰ লগে লগে সিহঁত যৌৱনত ভৰি দিলে। বুকুৰ মৰম বিনিময় কৰিব জনা হ'ল। সিহঁতহালৰ মিল দেখি মাক-বাপেকে সিঁহতৰ মিলনকেই কামনা কৰিলে। কাদম আৰু লংকিয়ে ৰামধেনুৰ বিচিত্ৰ ৰং চাই সৰলভাৱে প্ৰাৰ্থনা কৰিছিল,—পূৰ্ণাঙ্গ জীৱন প্ৰাপ্তিৰ কাৰণে।

কিন্তু, সিহঁতৰ মিলন পথত কণ্টকে বাধা দিলে। সিহঁতৰ মিলনৰ প্ৰকৃত অন্তৰায় হ'ল,—সমাজৰ শক্তিশালী মানুহ। সিহঁতৰ গাঁৱৰ পৰা তিনিটা পাহাৰৰ সিফালে আন এখন কাৰ্বি গাঁও আছিল। সেই গাঁওখনৰ মুখিয়ালজন সেই অঞ্চলৰ বিচাৰপতি আছিল। ক্ষমতাৰ বলত অন্ধ হৈ পৰা মানুহজনক সকলোৱে যম দেখাদি দেখিছিল। তাৰ এটি ল'ৰা আছিল। ল'ৰাটিৰ নাম ছিংনত। এদিন ছিংনতে যমুনা নৈত বিহ দিয়া মাছ ধৰিবলৈ আহোঁতে কাদমৰ ৰূপ দেখি সি মুগ্ধ হয় আৰু তাইক বিয়া কৰাবলৈ ইচ্ছা কৰিলে। এই কথা বাপেকে গম পাই, এদিন কাদমৰ বাপেকৰ আগত ত্যৰ ল'ৰাটোলৈ বিয়া দিবৰ কাৰণে ধৰিলে। তাৰ আগত কাদমৰ বাপেকে নিদিও বুলি ক'ব নোৱাৰিলে। কাৰণ, ছোৱালী-জনীক দিবলৈ অস্বীকাৰ কৰিলে, সিহঁতৰ লগতে গাঁওখনৰো অঘটন ঘটাৰ আশংকা আছে।

কাদমৰ বাপেকে তাইৰ আগত কথাটো দুখেৰে প্ৰকাশ কৰিলে। তাই বিয়াত সোমাবলৈ সন্মত নহ'ল। মাক-বাপেকৰ বুজনিয়েও তাইৰ অন্তৰ পৰিবৰ্তন কৰাব নোৱাৰিলে। এক অনিশ্চয়তাৰ মাজত কাদমৰ মাকে-বাপেকে সময় কটাবলৈ ধৰিলে।

লংকিক লগ ধৰি উচুপি উচুপি কান্দি তাই সকলো কথা সদৰি কৰিলে। সিহঁতৰ মাজৰ এনাজৰীডাল চিঁগিব বুলি জানি লংকি শেঁতা পৰি গ'ল। বিচ্ছেদৰ আশংকাত তাৰ মন দিনে দিনে মৰহি যাব ধৰিলে। কাদমে কেতিয়াও ছিংনতৰ লগত বিয়াত নবহে আৰু লংকিক নাপালে তাই জীয়াই নাথাকে বুলি লংকিৰ আগত শপথ খালে। লংকিয়ে কাদমক বাৰে বাৰে অনুৰোধ কৰিলে—ভাক পাহৰি যাবলৈ। কাৰণ, সি বুজিছিল ইয়াৰ পৰা কাৰো জীৱন সুখী ন'হব।

এই কথাবোৰ ছিংনতে গম পাইছিল। তাৰ আশাৰ কাদমক

লাভ কৰাৰ এক মাত্ৰ বাধা হ'ল—ৰ্দাৰিদ্ৰ লংকি। লংকিৰ প্ৰতি ছিংনতৰ ঈৰ্ষা ঘনীভূত হ'ল।

লংকিৰ জীৱনৰ ওপৰত ক'লা ডাৱৰে দেখা দিলে। আহিন-কাতি মাহৰ এদিনাখন ৰাতি। যমুনা নদীত মাছৰ উজান আহিছে। মাছ ধৰিবলৈ যমুনাৰ পাৰত প'জা সাজি ৰাইজ আছেহি। লংকি আৰু ছিংনতো মাছ ধৰিবলৈ আহিছিল। সেইদিনা আঁউসী আছিল। শিলৰ ফাকে ফাকে লংকিয়ে মাছ ধৰিছিল—হাতত জোৰ লৈ। আন গঞা ৰাইজে প'জাত জুই ধৰি মাছ ধৰাৰ ৰসাল কথাবোৰ আলোচনা কৰি আছিল। জাৰৰ প্ৰতি লক্ষ্য নকৰি লংকিয়ে হাতত দাখনলৈ মাছ জুপি আছিল। ছিংনতে ওচৰত শিল এটাৰ আঁৰ লৈ ঈৰ্ষা চৰিতাৰ্থ কৰিবলৈ ছেগ চাই আছিল। মাছলৈ বুলি চোপ্ লৈ থাকোঁতে হঠাতে শেল এপাত আহি লংকিৰ বুকু ভেদি গ'ল। যন্ত্ৰণাত চিঞৰিছিল যদিও পানীৰ হো-হোৱনিত তাৰ মাত কোনেও নুশুনিলে। লংকিৰ দেহ পানীৰ কোবাল সোঁতে উটুৱাই লৈ গ'ল।

ৰাতিপুৱা খবৰ ওলাল—লংকি নাই। বহুত সময় বিচাৰ কৰাৰ পাচত লংকিৰ মৃতদেহ শিলৰ মাজত লাগি থকা দেখিলে। কোনে হত্যা কৰিলে ধৰিব নোৱাৰিলে। লংকিৰ মৃত্যুৰ খবৰ পাই কাদম বাউলী হ'ল। লংকিৰ মৃত-দেহ সাৱটি কান্দিবলৈ ধৰিলে। দোষীজন ধৰা নপৰিলেও, এইটো ছিংনতৰেই কাম বুলি কাদমে ভাবিবলৈ বাধ্য হ'ল। ৰাইজে বিচাৰ কৰি কাকো দোষী সাব্যস্ত কৰিব নোৱাৰিলে। লংকিৰ মৃতদেহ মাক-বাপেকৰ সন্মতিৰে গছজোপাৰ তলতে সংকাৰ কৰিলে।

কাদম পাগলীৰ দৰে হ'ল। তাই ৰাতি অকলে অকলে আহি শিলৰ ওপৰত বহি গছজোপালৈ চাই চাই কান্দিবলৈ ধৰিলে। মাকে-বাপেকে কিমান বুজালে, তথাপি তাইক সান্ত্বনা দিব

নোৱাৰিলে। এনেদৰে এদিন ৰাতি শিলৰ ওপৰত বহি 'লংকি' বুলি চিঞৰি কান্দি আছিল। গছজোপাৰ পৰা 'কাদম' বুলি আইক মতা শুনি, তাই দুই হাত মেলি দৌৰ দিলে আৰু জল-প্ৰপাতত পৰি মৃত্যুক সাৱটি ললে।

এইদৰে লংবি টেৰনে বৰুৱাৰ আগত সেই কৰুণ কাহিনী বৰ্ণনা কৰিলে আৰু দীঘলকৈ হুমুনীয়া এটা কাঢ়ি সি ক'লে,—'হেই দিন পৰা বাবু, এই পাথৰবিলাক গিৰি গ'ল বোলে। ৰামধুনুকভি লুকাই গৈছে। মাত (মাছ) ভি কমি গৈছে। আৰু কি জানে বাবু? বস্তি মানুচ্ বেমাৰুতে মৰি গ'ল। চব মানুচ্ ভাগিল— হেই পাপ কাম নিমিত্তে। আপুনি যে দেখিছে হেইটো লংকি আৰু কাদমৰ স্বপ্ন আছে। কোনোবা দিনা ৰাতি আহে আৰু পলাই যায় বাবু। ভাল মানুচ্ ফালে দিকদাৰ নকৰে।'

জয়ন্ত বৰুৱাই এতিয়া বুজিলে,—সেয়া লংকি আৰু কাদমৰ প্ৰেতাত্মা আছিল। লংবিক আৰু কিবা সুধিবলৈ ধৰোঁতেই জীপ-গাড়ীৰ হৰ্ণ শুনা গ'ল। জীপ এখন কেম্পৰ ওচৰতে ৰৈ থকা দেখি বৰুৱা আৰু লংবি ঘূৰি আহিল। শিলৰ ওপৰেৰে বগোৱা বাই অহাৰ বাবে বৰুৱাক কিছু ক্লান্ত হেন দেখা গৈছিল। জীপখনৰ কাষত থিয় দি থকা খনিজ বিশেষজ্ঞ দুজনে বৰুৱাক নমস্কাৰ জনাই বা-বাতৰি ললে। বীৰ সিঙো জীপখনতেই আহিছে। বৰুৱাই হাতৰ বন্দুকটো বীৰ সিঙক ভিতৰত থৈ আহিবলৈ কৈ খনিজ বিশেষজ্ঞ অমলেন্দু দে আৰু প্ৰদীপ কুমাৰৰ পৰা সবিশেষ বাতৰি জানিব বিচাৰিলে।

'আমি এতিয়া খন বামন পাহাৰলৈ নতুন তথ্য অনুসন্ধান কৰিবগৈ লাগিব।'—অমলেন্দুৱে ক'লে।

'তাত কেম্প পাতিব লাগিব নেকি?'

'হয়, তাতো এসপ্তাহমান থাকিব লাগিব।'

✱

'ইয়াৰ পৰা থন বামন কিমান দূৰ হ'ব লংবি ?'—বৰুৱাই কাষতে বৈ থকা লংবিক সুধিলে।

'ইয়াৰ পৰা বাবু বহুত দূৰ হ'ব। পয়দাল্তে গ'লে দুই দিন লাগিব।'—সেমেনা সেমোনিকৈ লংবিয়ে ক'লে।

'গাড়ী যাব ?' – অমলেন্দুই সুধিলে।

'যাব মানে লংনিত লৈকে যাব। হিফালে ৰাস্তা নাই বাবু।'

বৰুৱাই ভিতৰত সোমাই বীৰ সিঙৰ লগত নিব লগীয়া বস্তুবোৰ ঠিক-ঠাক কৰোঁতে কেৱল ভাবিলে,—'ভগৱান! আৰু বা কি ঘটনা ঘটে!' □

# সংঘাত

পুৱাৰে পৰাই লাংবাৰক ৰংহাঙে বেছ উদ্বিগ্নতাৰে অপেক্ষা কৰি আছিল। বহুত পৰ বৈ বৈ আমনি লগাত গাঁৱৰ ছাৰথেহতো ঘৰা-ঘূৰি গ'লগৈ। 'আজি নাহিবনেকি? তেখেতেনো ইমান মিছা খবৰ দি পঠিয়াবনে?' — লাংবিবিকে ভাবিলে। চ'ৰা-ঘৰৰ চুকটোতে ভীমৰাজ চৰাইটোৱে বিবিধ চৰাইৰ মাতবোৰৰ আখৰা কৰি আছিল। লাংবিবিকে চৰাইটোলৈ ঘূৰি চালে। নানা চিন্তাৰ বাবে আজি চৰাইটোৰ কথাকে পাহৰিলে সি। 'বহাগ মহীয়া বেলিটো লহিয়ালেইচোন। ইস্ ইস্' — বুলি কৈ কাষৰ বেৰখনত ওলোমাই থোৱা বাঁহৰ চুঙাৰ পৰা দুটামান উঁই-চিঁৰিঙা পোক উলিয়াই চৰাইটোক খাবলৈ দিলে। সজাটোৰ ভিতৰতে থকা বাঁহৰ সৰু চুঙাত পানী ভৰাই দিলে আৰু চৰাইটোৰ মাত অনুকৰণ কৰি দুবাৰমান সুহুৰিয়ালে সি। চোতালত ৰ'দাই থোৱা ধানখিনি ঘৈণীয়েকে চপাই আছিল। গিৰিয়েকৰ কাৰ্য দেখি তাই ভোৰ্ ভোৰাই মাত লগালে, 'হয়নে, বুঢ়া হ'বলৈ আজিও নিশিকিলে।

মাটি ডুবাৰ হ'লে চিন্তা নাই, বনৰ চৰাইটোৰ প্ৰতিহে চিন্তা। এদিন ফুলনি আপিছলৈকে যাওক বুলি ক'লেও গাটোকে নলৰায়। এতিয়া হ'বলা বনৰ চৰাইটোৱে আপোনাক খুৱাব। ভাল মানুহ-জনৰ লগত পৰিলোঁ ঐ।'

লাংবিৰিকে একোকে নামাতিলে। পিঞ্জৰাবন্ধ ভীমৰাজ চৰাইটোৰ দৰেই সিও নীৰৱেই ৰ'ল। বাঁহৰ চুঙাটো বেৰখনত আঁৰি, বাটৰফালে জুমি চাই মনৰ বিৰক্তিৰ পৰা বিমুক্ত হ'ব বিচাৰিলে।

'চাহালৈ বাট চাব নালাগে। আমাৰ দৰে ভিকহুৰ ঘৰলৈ চাহাব নাহে। ধানখিনি চাব। পানী এটুপিও নাই। ঘাটৰ পৰা আহোঁগে।'—কলহটো লৈ কাষৰ জুৰিটোলৈ ঘৈণীয়েক ওলাই গ'ল।

বিৰক্ত লাংবিৰিকে বিড়ি এডাল জ্বলাই ভাবিলে,—'খবৰটো মিছাকৈয়ে দিলে নেকি মৌজাদাৰে? অহাৰ কোনো উম-ঘামেই নাইচোন।' বিড়িডাল হুপি হুপি একো সিদ্ধান্তকে কৰিব নোৱাৰি আধৰুৱা বিচনীখনৰ নাল লগোৱা কামটোকে শেষ কৰিবলৈ বুলি ডুখৰি পীৰাখনতে সি বহি ললে। নাল ডালত বেতৰ পাক গাঁঠি লগাই লগাই লাংবিৰিকে ভাবিবলৈ ধৰিলে,—'মানুহে ইমান বিশ্বাসঘাটকী কাৰ্য কৰিব পাৰে বুলি কল্পনাও কৰিব পৰা নাছিলোঁ। টি-কক্ জুৰিৰ দুয়ো পাৰৰ সাৰুৱা মাটিখিনি সৰিয়হ-তলীৰ বাবে ৰখা মাটি। ধনেশ্বৰৰ লগতে তাৰ গাঁওখনৰ মানুহক ভগাই দিছিলোঁ, মাটি ডোখৰ ভাঙি খেতি কৰি খাওঁক বুলি। মাটিনো কি, মানুহহে আচল। সিহঁতটো বিদেশী নহয়, নিজৰেই আৰ্লেং মানুহ। কিন্তু, কি আচৰিত! মানুহেও এনে কাম কৰিব পৰাটো জীৱনত এয়েই প্ৰথম দেখিলো। পৃথিৱীত জানো সঁচা-মিছা বোলা কথাষাব নাই? মানুহবোৰ

ভাল হ'লেচোন একোৰেই সমস্যা নাথাকে। আজিও ককা দেউতাৰ নামতেই গাঁওখনৰ মাটিখিনি আছে। তাহানিখন কামপুৰৰ মাটি-হাকিমে দি যোৱা পট্টাৰেই অত যুগ ধৰি মানুহবোৰে সুখে-শান্তিৰে খেতি কৰি খাই আছে। আনকি, কাষৰ মহঙীয়া মানুহ-বোৰৰ লগতো আজিলৈকে কোনো কাজিয়া নাই। এৰা, দহন গাঁওবুঢ়াই বকলীয়া ঘাটলৈ উঠি যোৱাৰ সময়ত ঠিকেই কৈছিল বোলে ককাই, মানুহ চিনি পোৱা টান হ'ল। মাটিখিনি পট্টা কৰি লবি। কথাটো এতিয়াহে বুজিলোঁ। নহলেনো চৰকাৰী গাঁও-বুঢ়াই মীমাংসা কৰি যোৱা কথাকো ধনেশ্বৰে দলিয়াই পেলাব পাৰেনে? ডিফু-ফুলনিলৈ গৈ হকে-বিহকে এম-ডি-চিৰ পৰা কাগজ আনি ভাবুকি দিব পাৰেনে? দেশৰ পৰিবৰ্তনে মানুহৰ মনবোৰকো পৰিবৰ্তন কৰিব পাৰে যেন পাইছোঁ।

এপুৰুষ দুপুৰুষকৈ আজি তিনি পুৰুষত লাংবিৰিকে ভৰি দিছেহি। কপিলীৰ পগলা-বান গ'ল। দেশখনো স্বাধীন হ'ল। কেইবছৰ মানৰ আগতে বৰ ভুঁইকঁপো পাৰ হৈ গ'ল। কাৰবি আংলংখনো জিলা হ'ল—নতুন আবলেং গঢ়াৰ আশাৰে। ভোটেৰে এম্-ডি-চি; এম্-এল্-এ কৰাৰ যি অধিকাৰ, প্ৰথমবাৰৰ কাৰণে সিও উপলব্ধি কৰিলে। ইংতি গাঁৱৰ গাঁওবুঢ়াই পিতলৰ মোহৰ লগোৱা হাত-খ'ৰা ক'লা চোলা পিন্ধা চৰকাৰী গাঁওবুঢ়াৰ খিতাপেৰে এম্-ডি-চিৰ সোঁ-হাত স্বৰূপ হোৱাও সি দেখিছে। সি চৰকাৰী গাঁওবুঢ়া হ'ব নোৱাৰিলে নাই, তাৰ বাবে কোনো আক্ষেপো নাই। তাৰ গাঁওখনেই গৌৰৱৰ স্থল বুলি সি বিবেচনা কৰে। তাৰ গাঁওখন, সিহঁতৰ পথাৰ কেইডৰা আজোককাৰ দিনৰেই স্মৃতি-সৌধ বুলি সি আজিও বিশ্বাস কৰে। সময়ৰ পৰিবৰ্তন হ'ল বুলিয়েইনো তাৰ পৈতৃক-ধন নষ্ট হ'বলৈ দিবনে?

লাংবিৰিকে মনত পেলালে,—দেউতাকে কৈ যোৱা সিহঁতৰ

অতীত জীৱনৰ কাহিনীবোৰ। সুন্দৰ পৰ্বত আৰু খন্‌বামন পাহাৰবোৰ হেনো সিহঁতৰ উপৰি-পুৰুষসকলে ঝুম-খেতি কৰা ঠাই। জিব্‌ কেদামৰ ছন্দময় জীৱন, হাচ্ছা কেকান নৃত্য-গীতৰ মূৰ্ছনা আৰু চ'মাংকান নৃত্যৰ ঢোল-পেঁপাৰ সুৰেৰে নিশাৰ পাহাৰবোৰ প্ৰাণ চঞ্চল হৈ উঠিছিল হেনো। মেঘে চুমি থকা সেই পাহাৰবোৰত সিহঁতে পাইছিল হেনো সৰগৰ শান্তিময় জীৱন। কিন্তু, এনে জীৱনৰ অন্ত পৰিছিল, বাঘৰ দ্বাৰা আতংকগ্ৰস্ত হৈ। এখন দুখন কৰি গাঁওবোৰ বাঘ-দেৱতাৰ কবলত পৰিছিল। বাঘৰ দ্বাৰা আতংকগ্ৰস্ত হৈ মুক্তিৰ উপায় বিচাৰি, জান-জুৰিৰ গতি পথেৰে সিহঁতো নামি আহিছিল,—এই কংজুক পাহাৰৰ বনাঞ্চললৈ। ল'দেপ ছাৰপ'ৰ নিৰ্দেশক্ৰমে কংজুক পাহাৰৰ দেৱতাক পূজা দি বাঘৰ পৰা মুক্তি পোৱাৰ উপায় দিছিল। তেতিয়াৰ পৰাই কংজুক পাহাৰ হৈ পৰিছিল,—সিহঁতৰ জীৱনৰ ক্লান্তি-কাৰী। ঝুম-খেতি এৰি নাঙলেৰে খেতি কৰাৰ অভিনৱ পদ্ধতিক সিহঁতে হেনো মহঙীয়া ধন গাঁওবুঢ়াৰ পৰাই শিকিছিল, এইখন পথাৰতেই। এইখন পথাৰেই হেনো আই লখিমীক সিহঁতে দেখা পাইছিল। জীৱনৰ প্ৰাচুৰ্য আনিব পৰা এই পথাৰৰ মাটিক মৰম কৰিবলৈ আজোককাকে বাৰে বাৰে কৈ গৈছিল,—মৰিবৰ সময়ত।...

মকৰাই জাল তৰাদি লাংবিৰিকেও ঘটনাৰ জাল তৰিছিল,—হেৰাই যাব ধৰা দিনবোৰৰ কথাৰে। তাৰ দুচকুত অধিক প্ৰত্যক্ষ হৈ বিবাদমান মাটি ডোখৰভাহি উঠিব ধৰিলে আৰু সত্য ধৰ্মৰ ওপৰত ভাবুকি হৈ দেখা দিয়াত, তাৰ সৰল মনটোৱে হাহাকাৰ হৈ সন্মুখৰ বাটটোলৈ সি নিৰীক্ষণ কৰিলে। দৌৰি দৌৰি আহি থকা ল'ৰাটোক দেখি, হাতৰ বিচনীখন থৈ উদ্বিগ্ন দৃষ্টিৰে সেই ফালে চাবলৈ ধৰিলে। উধাতু খাই অহা ল'ৰাটোৱে হাকিম চাহাবে মতা

বুলি খবৰ দিলেহি। বিচনীখন বেৰতে খোচ্ মাৰি সি হাকিম চাহাব ঘোৰাৰ ফালে চাবলৈ ধৰিলে। এদল মানুহেৰে হাকিম চাহাবে সিহঁতৰ পথাৰলৈ গৈ থকা সি দেখা পালে। মূৰৰ পাগুৰিটো ঠিক কৰি সিও দলটোৰ পিচ ল'লে। যাওঁতে চোতালৰ পৰাই সি ঘৈণীয়েকক মাত লগাই গ'ল।

শুকান নৰাৰে সৈতে নিশ্চল হৈ পৰি থকা সিহঁতৰ কংজুক পথাৰখনলৈ চাই চাই সি আগুৱাই যাব ধৰিলে। কাষৰ পাহাৰ-খনৰ নামেৰেই পথাৰখনৰো নাম। উৰ্বৰ খোৱা নাও এখনৰ দৰেই পথাৰখনৰ কাষতেই কংজুক পাহাৰখনো নিশ্চল হৈ উজুলি আছে, — নগ্ন শিলাময় পৃষ্ঠভূমিৰে। লাংবিৰিকে পাহাৰখনলৈ চাই সেৱা কৰি মনতে প্ৰাৰ্থনা কৰিলে,—'হে কংজুক দেৱতা, তুমি সত্যপথ প্ৰদৰ্শন কৰিবা।'

পথাৰত গোট খাই থকা ৰাইজৰ ফাললৈ লাহে লাহে লাংবিৰিকে আগুৱাই গ'ল। ইমানবোৰ মানুহে তাৰ পথাৰখনত গোট খাই থকা দেখি সি কিছু বিহ্বল হ'ল। বিহ্বল হ'বৰ কথাও। আজু ককাহঁতৰ দিনৰে পৰা কোনো বিবাদত নপৰা ৰংহাং কুলৰ কাৰণে আজি স'চাকৈয়ে প্ৰত্যাহ্বান স্বৰূপে ঠিয় দিছে। স্বয়ং হাকিম চাহাব, মৌজাদাৰ, চৰকাৰী গাওঁবুঢ়া,—এইসকলে আহি ৰংহাং গাঁওবুঢ়াক সহায় কৰিবলগীয়া হোৱাটো, তাৰ গৌৰৱময় ৰাজ বংশত সানি লোৱা কলংকহে হ'ল। গাঁওবুঢ়া হৈয়ো সমস্যা সমাধান কৰিব নোৱাৰাটো গাঁওবুঢ়া পদৰ প্ৰতিও বিৰাট এক লজ্জাৰ কাৰণ হ'ল বুলি সি ভাবিবলৈ ধৰিলে। এনে বেমেজালিলৈ নগৈ মাটি ডোখৰ এৰি দিয়াই ভাল আছিল। মাটি ষি মাটিয়েই। তাকে লৈ সি কাজিয়া পেচালত সোমাই পৰাটো জানো উচিত হ'ল? কিন্তু তাৰ পৰিশ্ৰম, তাৰ পৈতৃক সম্পত্তিৰ সত্যতাৰ জানো মূল্য নাই? সত্য-ধৰ্মৰ প্ৰতি যুজ নকৰি নীৰৱে চাই থকাটো জানো

তাৰ পাপ নহ'ব ? উচিত অনুচিত, ধৰ্ম-অধৰ্মৰ সংঘাতেৰে এজাক ধুমুহা অন্তৰত লৈ ৰাইজৰ মাজলৈ লাংবিৰিক সোমাই গ'ল আৰু বিনম্ৰভাবে হাকিম চাহাবক কাৰ্দম জনালে। কাষতে ৰৈ থকা লাংফেৰ মৌজাৰ মৌজাদাৰকো সেৱা জনাই সি ধনেশ্বৰ টক্‌বিৰ প্ৰতি লক্ষ্য কৰিলে। লাট মণ্ডলৰ কাষতে ধনেশ্বৰে ঠিয় দি তাৰ মুখলৈ টেলেকা-চকুৰে চাই থকা সি দেখা পালে।

'গাঁওবুঢ়া ককাই, তোমাৰ মাটিৰ সীমা কোনটো ?'—হাকিমে সুধিলে।

লাংবিৰিকে উত্তৰ দিশলৈ এখন্তেক চাই হঠাতে হতভম্ব হ'ল। কি আচৰিত, সীমাৰ বাজী ঔ গছজোপা দেখোন নাই ! দুবাৰমান চকু দুটা মোহাবি সি পুনৰ চালে। হে ঈশ্বৰ ! আলিৰ সীমাও চোন সলনি হ'ল। এনে আচৰিত ঘটনা দেখি সৰগৰ পৰা মানুহৰ দৰে সি একোকে ক'ব নোৱাৰি জঠৰ লাগি ৰ'ল। এনে ঘটনা ঘটিব পাৰে বুলি সি মুঠেই ভবা নাছিল। এতিয়া কি উত্তৰ দিব আৰু হাকিম চাহাবেও বা তাক কি বুলি ভাবিব ?

'কি হ'ল গাঁওবুঢ়া, সীমাৰ চিন হেৰাই গ'ল নেকি ?'

হাকিমৰ কথা শুনি চক্ খোৱাদি খাই সি কঁপা মাতেৰে ক'লে,—'নাই চাহাববাবু, মই বৰ লাজ পাইছোঁ। কি কৰিম, লিখা-পঢ়া নজনা মানুহ ! এই শিল আৰু গছবোৰেই আমাৰ চকুৰ নিচিনা। এইবোৰৰ চিন হেৰাই গ'ল চাহাব। এতিয়া আমাৰ চকু থাকিও অন্ধৰ নিচিনা হলোঁ। মানুহে কৰিব নোৱাৰা কাম এই পৃথিৱীত একো নাই, চাহাববাবু ! মাটি এবিঘা দি মানুহক সহায় কৰাৰ ফল পাইছোঁ। আমাৰ আৰ্লেং মানুহৰ মনতো বেয়া দস্তুৰ সোমাই গ'ল। মাটিৰ সীমা চাহাব, হেৰাই গ'ল।'

লাংবিৰিকৰ মাতবোৰ থোকাথুকি হ'ল। সেমেকি উঠা চকুৰ কোণ দুটা পাগুৰিৰ আগেৰে সি মচি ল'লে। কংজুক পথাৰৰ

পুৰণি টিপ্‌টোৰ গছজোপা হৰণ-দুকি হোৱা ঘটনা দেখি ইংতি গাঁওবুঢ়াই মাটিত দুবাৰমান থপেলালে আৰু হাকিমলৈ চাই মাত লগালে,—'হাকিম চাহাব, আমি জনাত এইখিনি ৰংহাং গাঁওবুঢ়াই দখল কৰা পুৰণি মাটি। গাঁৱৰ মানুহবোৰ সাক্ষী আছে। ইয়াৰ বিচাৰ আজি কৰি থৈ যাঁওক, চাৰ।'

ইংতি গাঁওবুঢ়াৰ কথা শুনি ধনেশ্বৰ টক্‌বিয়ে কিছু খঙেৰে গাঁওবুঢ়ালৈ চাই ক'লে,—'ইংতি গাঁওবুঢ়াই নেদেখাকৈ এই মাটি ৰংহাং গাঁওবুঢ়াৰ বুলি কিয় ক'ব? এই মাটি ডোখৰ মই ন-কৈ ভঙা মাটিহে। এই মাটিৰ পট্টাও আছে। গাঁওবুঢ়াৰ পৰা মাটি এবিঘা লোৱা কথা মোৰ মনত নপৰে। মাটি যে লৈছোঁ তাৰ জানো প্ৰমাণ আছে? ৰংহাং গাঁওবুঢ়াই মোৰ ওপৰত মিছাকৈয়ে বদনাম আনিছে, চাৰ।'

ধনেশ্বৰ টক্‌বিৰ কথা শুনি লাংবিৰিক আৰু আচৰিত হ'ল। কথাখিনি কোৱাৰ আগতে তাৰ জিভাখন ছিগি নগ'ল কিয়? সি অস্থিৰ হৈ পৰিল। গাঁৱৰ মানুহখিনিও জাঙুৰ খাই উঠিল। শিৰা-উপশিৰাত বিষাক্ত কীটৰ দংশন হোৱা যেন অনুভৱ কৰিলে সি। এই কংজুক দেৱতাৰ সন্মুখত, আৰু ইমানবোৰ মানুহৰ আগত ধনেশ্বৰে এনে নীচ কথাও ক'ব পাৰে বুলি সি ভাবিবই পৰা নাছিল। তাৰ বিবেক, মন কি মাটি হৈ গ'ল? নিৰুপায় হৈ পৰা লাংবিৰিকে পথাৰৰ আলিত দুহাতেৰে চপৰিয়াই চপৰিয়াই ক'বলৈ ধৰিলে,—'মোক মাটি নালাগে, হাকিম বাবু, মোক মাটি নালাগে। এইখিনি ধনেশ্বৰেই লওক। এই মাটি, এই পৃথিৱীটো কেতিয়াও মিছা নহয়। এবিঘা মাটিৰ কাৰণে ৰংহাং গাঁওবুঢ়া মৰি নাযায়। পৃথিৱীয়ে এদিন বিচাৰ কৰিব চাহাব।'

আঢ়ৈ কুৰি বছৰীয়া লাংবিৰিকে মনৰ ভাব আবেগ সামৰিব নোৱাৰি কান্দি পেলালে। হাকিমেও বুজি পালে, এয়া ধনেশ্বৰ

টক্‌বিৰ কু-চক্ৰান্তৰ বাহিৰে একো নহয় বুলি। মণ্ডলক মাটিখিনি জুখিবলৈ দি হাকিমে চিন্তা কৰিলে,—মীমাংসাৰ পথ বিচাৰি। মাটি ডোখৰৰ মীমাংসা এটা কৰি যাবই লাগিব, ৰেভিনিউ-ইন্‌-চাৰ্জ্জ্ ই-এম্‌ চাহাবৰ চোকা নিৰ্দেশ। ই-এম্‌ চাহাবৰ টোকাত ধনেশ্বৰৰ প্ৰতি দৃষ্টি দিবলৈ নিৰ্দেশ দিয়া আছে। ঠাইতে উপলব্ধি কৰা হাকিমৰ বিবেকে কিন্তু ধনেশ্বৰৰ দাবীৰ সত্যতাক স্বীকাৰ কৰিব নোৱাৰে। হাকিমজনো মহা চিন্তাত পৰিল। সত্য আৰু অসত্যৰ সংঘাতত পৰি হাকিম চাহাবে চিগাৰেট এডাল জ্বলাই ললে। মুখেৰে ধোঁৱা এসোপা আলাসতে এৰি মৌজাদাৰলৈ চাই হাকিমে ক'লে, 'মৌজাদাৰ বাবু, কথা এটা ভাবিছোঁ।'

'কি ভাবিছে, কওক চাৰ!'—আগ্ৰহেৰে বৰ্মন মৌজাদাৰে মাত লগালে।

'বাবু, এই কংজুক পথাৰখিনি নন্‌ কেডেষ্ট্ৰাল্‌ এৰিয়া নেকি?'

'হয় চাৰ। ইয়াত চাৰ্ভে হোৱাই নাই।'–মৌজাদাৰে ক'লে।

মৌজাদাৰৰ পৰা কথাটো জানিব পাৰি হাকিমৰ মুখৰ চিন্তা কিছু কমা যেন দেখা গ'ল। মাটিৰ জোখ লবলৈ যোৱা ধনেশ্বৰ আৰু লাট মণ্ডললৈ উদ্বিগ্ন দৃষ্টিৰে চাই থকা ইংতি গাঁওবুঢ়ালৈ চাই হাকিমে সুধিলে,—'বাৰু গাঁওবুঢ়া, এই অঞ্চলত নতুন পট্টা হোৱা নাইনে কি?'

'নাই হোৱা চাৰ। আমি পুৰণি পট্টাৰ মতেই খাজনা দি আছোঁ।'–ইংতি গাঁওবুঢ়াই উত্তৰ দিলে।

মাটিৰ জোখ লৈ ইতিমধ্যে মণ্ডলজন আহিল আৰু নোট্‌ বুকখন চাই ক'লে,– 'মাটি মুঠতে এবিঘা তিনি কঠা পাইছোঁ চাৰ।'

'বাৰু হ'ব। তুমি লাংবীৰক আৰু ধনেশ্বৰক মাতাচোন।'

হাকিমৰ নিৰ্দেশ পাই মণ্ডলে সিহঁত দুজনক মাতিলে। দুয়ো হাকিমৰ কাষ চাপিলহি। চৰকাৰী গাঁওবুঢ়াও ওচৰ চাপিলহি। হাকিমৰ মুখৰ ফালে কেওজনে উদ্বিগ্নতাৰে সৈতে

চাবলৈ ধৰিবলে। হাকিমজনে চিগাৰেটত দীঘলকৈ টান এটা দি ৰিপৰ্ট-চীট্‌খনত নোট্ টুকি ক'লে,—'লাংবিৰিক গাঁওবুঢ়া আৰু ধনেশ্বৰ টক্‌বি, আপোনালোক দুয়োজনেই কাৰ্বি মানুহ। ককাই ভাইৰ নিচিনা। মাটিৰ কাৰণে কাজিয়া কৰা জানো ভাল? ইয়াৰ সু-মীমাংসা হোৱাটো মই বিচাৰোঁ।'

'হয় চাহাব। আমি কাজিয়া কৰিব নাজানোঁ। সঁচা কথাটো মিছা কৰিলেহে দুখ পাওঁ।'—উৰ্থাহি পৰা চকু দুটাৰে লাংবিৰিকে ক'লে।

'আপোনালোক দুজনৰ সীমা-বিবাদৰ মাটিখিনিত এবিঘা তিনি কঠা আছে। ধনেশ্বৰে চাৰি কঠা মাটি ৰংহাং গাঁওবুঢ়াক এৰি দিব লাগিব আৰু বাকী চাৰি কঠা মাটি ধনেশ্বৰৰ নিজৰ দখলত থাকিব। জৰীপৰ সময়ত দুয়ো নতুনকৈ পট্টা কৰি লব। আজিৰ পৰা ইয়াত কোনো বিবাদ হ'ব নালাগে, বুজি পাইছে?' চিগাৰেটত টান এটা দি মাটিত পেলাই দিলে আৰু মিঠা হাঁহি মাৰি মাটি ডোখৰৰ বিবাদ হাকিমে নিষ্পত্তি কৰিলে। মাটিৰ দুয়ো মূৰত সীমা মাৰোঁতে হাকিমে লাংবিৰিকক ক'লে,—'গাঁওবুঢ়া, এদিন ফুলনি লৈ আহি পুৰণি মাটিখিনিৰ পট্টাখিনি নামজাৰি কৰাই লব দেই।'

সীমা চমজাই ফুলনি চাৰ্কোলৰ হাকিমজন গুচি গ'ললে। মাটিৰ মীমাংসা চাবলৈ অহা অন্যান্য সকলেও লাংবিৰিকক বুজাই মেলি গুচি গ'ল। কংজুক্ পথাৰতো ধীৰে ধীৰে সন্ধিয়া নামি আহিল। লাংবিৰিকে গমি চালে, পূৰ্বৰ সীমাতকৈ এনল মাটি ধনেশ্বৰ টক্‌বিৰ মাটিতে সোমাই গ'ল। সত্যৰ পৰিণতি দেখি সি দুখ কৰিলে। পাহাৰখনলৈ সি এবাৰ উভটি চালে। কেই ডোখৰমান পাতল মেঘে পাহাৰৰ নগ্ন শীৰ্ষ ভূমিক আৱৰি ধৰিছেহি। দীঘলকৈ হুমুনিয়া এৰি লাংবিৰিক ৰংহাঙো ঘৰমুৱা হ'ল এটি প্ৰশ্নৰে,—'কোনটো সঁচা? মাটি, নে মানুহ!' □

# বিক্ষিপ্ত বেদনা

নবেম্বৰৰ ৰাতিপুৱা।

কামৰূপ এক্সপ্ৰেছখন পূৰ্ণগতিৰে লাংছ'লিএত্ এৰি গুচি গ'ল,—দীঘল সুৰীয়া চিনাকি উকিৰে। ৰেলৰ উকিত কোনো নতুনত্ব নাই, সদায় শুনি আমনি লগা একেটা সুৰেই। কিন্তু, আজিৰ উকিটোত যেন কিবা এটা মিঠা আমেজ ৰেলখনে কঢ়িয়াই আনিছে! লেপৰ উম লৈ শুই থকা বকুল শইকীয়াৰ মনত উকিটোৱে তেনে এটা ভাব সৃষ্টি কৰি থৈ গ'ল।

পলমকৈ হ'লেও মাহৰ দৰমহাখিনি পোৱাত, যোৱাকালিৰে পৰাই বকুলৰ মনটো গৃহমুখী হৈ আছিল। সেইবাবেই চাগৈ নামনি মুৱা ৰেলৰ উকিত ইমান আমেজ অনুভৱ কৰিছিল সি। বাহিৰত চেগুণ গছ কেইজোপাৰ পৰা নিয়ৰৰ টোপালবোৰ সৰৰ কৰি তললৈ সৰি আছিল। শেষ আশ্ৰয় বিচাৰি নিয়ৰ কণাবোৰৰ এইয়া যেন এক চিৰন্তন সংগ্ৰামৰ ঐক্যতানহে! স্থিতি বিচাৰি সংগ্ৰামৰত নিয়ৰৰ ব্যাকুল আৰ্তনাদে ফৰেষ্টাৰ বকুল শইকীয়াক

কৰ্ম সচেতন কৰি তুলিলে। গাৰ লেপখন লাহেকৈ থৈ বিচনাখনৰ পৰা উঠিল আৰু দুৱাৰখন খুলি অফিচৰ চকিদাৰ প্ৰেম বাহাদুৰক মাতিলে। সম্মুখৰ অফিচ ঘৰৰ পৰা 'হজুৰ' বুলি সঁহাৰি দি, বকুল শইকীয়াৰ ওচৰলৈ খপ্‌জপাই আহি সি চালাম দিলেহি।

'গোচল-খানাত পানী দিছ ?'—বকুলে সুধিলে।

'দিছোঁ হজুৰ।'

'বাৰু যা। আৰু শুন, সোনকালে চাহ দিবি। প্লেন্‌টেচন্‌ চাৰগৈ লাগে, বুজিছ ?'

প্ৰেম বাহাদুৰে উত্তৰ নিদি সেমেনা সেমেনি কৰি থকা দেখি বকুলে সুধিলে,—'কি হ'ল ?'

'চেনি নাই হুজুৰ। গাখীৰো নাই।'—তললৈ মূৰ কৰি প্ৰেম বাহাদুৰে ক'লে।

'গাখীৰো নাই ? কণ্ডেন্স মিল্ক্‌ কি হ'ল ?'

'শেষ হ'ল হজুৰ।'—বকুল শইকীয়াৰ মুখলৈ ভয়ে ভয়ে চাই প্ৰেম বাহাদুৰে সমিধান দিলে।

'বুৰ্‌বক্‌, চেনি নাই বুলি কালিয়েই নকলি কিয় ? চব কথা তোক ক'ব লাগে নেকি ?'

'ক'বলৈ ভুলি গ'ল, হজুৰ।'

'ভুলি গ'ল। কেতিয়াকৈ তোৰ মনত থাকিব ?'—খং কৰি কৰি ভিতৰলৈকে সোমাই গ'ল বকুল শইকীয়া। হাতত ফ্লাস্কটো লৈ ওলাই আহি ক'লে,—

'হোঁ, দোকানলৈ এতিয়াই যা। চাহ দুকাপ আৰু সৰু পেকেটৰ ব্ৰিটেনীয়া বিস্কুট্‌ এটা লৈ আহিবি। আৰু চিগাৰেট এপেকেট লৈ আহিবি। ক'তো নাপাব যদি ঘোষবাবুক মোৰ কথা কবি, বুজিছ। আৰু শুনচোন, চাহত লীকাৰ্‌ বেছি দিবলৈ কবি। যা।'

বকুল শইকীয়াৰ হাতৰ পৰা ফ্লাস্ক্ আৰু টকা পাঁচটা লৈ প্ৰেম বাহাদুৰে ৰেল ষ্টেচনৰ কাষৰ ঘোষবাবুৰ দোকানখনলৈ গ'ল।

মুখ ধুই চাহ কাপৰ অপেক্ষাৰে বঙলাৰ সৰু বাৰাণ্ডাৰ চকিখনত বহি বকুল শইকীয়াই উত্তৰে থকা ৰেল ষ্টেচনলৈ চাই চাই ভাবিলে,—কামৰূপ এক্সপ্ৰেছ্‌খনৰ ষ্টপেজ ইয়াতো থকা হ'লে, আজি ঘৰলৈকে যাবগৈ পাৰিলোঁহেঁতেন। ষ্টপেজ্ থাকিলেওতো নহ'ব? বীটৰ চাৰ্জ্জত থাকি যাওঁ বুলিও যাব নোৱাৰোঁ। অফিচৰ কামৰ ওপৰিও প্লেণ্টেচনৰ কাম। সিফালে ডি, এফ্, অ'ৰ পৰা ৰেঞ্জাৰলৈকে সকলোৰে চকু লাংছ'লিএতৰ ওপৰত। লাংছ'লিএত্ প্লেণ্টেচন্ হেনো কাৰবি আংলং জিলাৰ সৰ্বোৎকৃষ্ট প্লেণ্টেচন্ হ'ব লাগিব। বিৰলা কোম্পানীয়ে গছ কাটি টকলা কৰা পাহাৰবোৰত পুনৰাই গছ ৰুই বন-সম্পদৰ পূৰ্ণ যৌৱন দান দিয়াৰ গধুৰ দায়িত্ব এই বকুল শইকীয়াৰ ওপৰতহে ন্যস্ত হ'ল। সি মনত পেলালে, —অৰণ্যৰ লগত মিতিৰালি পতাৰ পৰিণাম। নামবৰ, কাজিৰঙা, ডবকা, বকলীয়া অতিক্ৰম কৰি আহি লাংছ'লিএত্ ফৰেষ্ট্ বীট্ অফিচাৰ হৈ আছেহি আজি পাঁচোটা বছৰে। ইয়ালৈ আহিয়েই হেলিকপ্টাৰেৰে ঔষধ স্প্ৰে কৰি, ডিফুৰ পৰা বৰলাংফেৰলৈকে চেগুণ প্লেণ্টেচনৰ বিধ্বংসী কীট নাশৰ আঁচনিৰ দায়িত্ব লবলগীয়া হ'ল। বন-সম্পদ বৃদ্ধিত স্বাৰ্থহীন সেৱা আগবঢ়াইয়ো আজি অন্ত বছৰে প্ৰমোচনো নহ'ল। প্ৰমোচনটো নাই নায়েই, ট্ৰেন্সফাৰ্ বিচাৰিলেও ট্ৰেন্স্‌ফাৰ্ নকৰে। কি সমস্যা!

ফৰেষ্ট-জীৱনৰ কথাবোৰ ৰোমন্থন কৰি যাওঁতে লাংছ'লিএত্ নামটোলৈ মনত পৰিল। ঠাইৰ নাম উদ্ঘাটন কৰাৰ স্বাভাৱিক দুৰ্বলতা বকুল শইকীয়াৰ আছিল আৰু ইয়ালৈ আহিয়েই লগৰ ফৰেষ্ট গাৰ্ড চন্দ্ৰসিং টক্‌বিৰ পৰা ঠাইখনৰ অৰ্থ বুজি লৈছিল সি।

টক্‌বিয়ে কৈছিল,—ঠাইখনৰ নামটো কাৰ্বি শব্দ। শব্দটো

ভাঙি ভাঙি সি এইদৰে বুজাইছিল,—'লাং' মানে পানী, 'ছু' মানে সৰু, 'লি' মানে বৈ যোৱা আৰু, 'এত্' মানে নিৰ্মল। অৰ্থাৎ ধীৰেৰে বৈ যোৱা নিৰ্মল জুৰি।

লাংছুলিএত্—এক অদ্ভুত মিঠা নাম, বকুলে ভাবিলে। অকল মিঠাই নহয়, মনৰ গোপন কোণত শিহৰণ তুলিব পৰা নাম। বননিৰ জুৰি, অথচ মন আকৰ্ষণ কৰিব পৰাকৈ কোমল আৰু মিঠা। ঠিক যেন জুৰি নহৈ এজনী পাহাৰী ছোৱালীহে! কাৰ্বি আংলঙৰ জান-জুৰিৰ নামবোৰ ইমান মিঠা আৰু ছন্দায়িত কিয়, বকুল শইকীয়াই বুজিবলৈ চেষ্টা কৰিলে। বশিষ্ঠাশ্ৰমৰ সন্ধ্যা, ললিতা' কান্তাৰ দৰেই এই নামতো কাব্যৰ কোমলতা আছে। ঋষি-মুনিৰ আশীৰ্বাদেৰে পুষ্ট সেই নামবোৰ। কিন্তু লুম্‌বাজং বনাঞ্চলৰ এই সৰু জুৰিটিৰ নামত কাব্যৰ কোমলতা কোনে আনি দিলে? কাৰ্বি শব্দটোৰ অসমীয়াৰ ৰূপান্তৰ কি হ'ব বাৰু? স্নিগ্ধা স্ৰোতস্বিনী নে আন কিবা, বকুল শইকীয়াই ভাবি গ'ল—নিৰলে।

চাহ লৈ বাহাদুৰক আহি থকা দেখি ইমান সময়ে পাহৰি থকা চাহৰ স্পৃহা তাৰ জাগি উঠিল। শুই উঠিয়েই একাপ গৰম চাহ খাবলৈ নাপালে একো কাম কৰিবলৈকে সি প্ৰেৰণা নাপায়। তাতে নৱেম্বৰৰ পুৱা। ধোঁৱাই থকা একাপ গৰম চাহ তাৰ কিমান প্ৰয়োজন আছিল! ফৰেষ্টৰ চাকৰি কৰি তিতা-কেহা লগা বকুলৰ মনৰ খংটো আকৌ সাব পাই উঠিল। সি মনতে ভাবি গ'ল,—কি বেকৰাৰ্ড ঠাই এখনত আহি সোমালোহি! মেল-এক্সপ্ৰেছৰতো কথাই নাই, প্ৰয়োজন নহ'লে গুড্‌ছ্‌ ট্ৰেইন্‌খনো নৰখা সৰু ষ্টেচন্‌ আৰু ফৰেষ্ট বাংলাটো থাকিলেই হ'লনে? ইয়াত কি আছে? নাই চেনি, নাই গাখীৰ, নাই এডোখৰ মাছ। স্কুলতো নায়েই, হস্পিতালও নাই। ঘোষৰ দোকানত ওলোমাই থোৱা মেলেৰিয়া টেব্লেট্‌ কেইটাৰ বাহিৰে সামান্য অসুখৰ বড়ি এটাকো পোৱা নাযায়।

জাৰজানি মনেৰে আবাৰি ধৰা ঠাইখনৰ মিঠা নামেই জানো তাৰ মহত্ত্ব প্ৰকাশ কৰিব পাৰে ?

দেশখন যে দিনে দিনে কি হ'ব ধৰিছে ! চাৰিওফালে কেৱল অভাৱ। ঘোষৰ দোকানত অল্প অচৰপ যি পাইছিলোঁ, বিদেশী বহিষ্কাৰ আন্দোলনৰ লগে লগে সেইবোৰো নোহাৱা হ'ল। ইমান বছৰে বিদেশীয়েহে যেন আমাক খুৱাই আছিল ! ৰৰুৱা বামুণ গাঁৱৰ চেনিবোৰ গ'ল ক'লৈ ? ডিফুৰ কাষতে থকা মানজাৰ চেনিবোৰ কি হ'ল ? কেৰাচিন তেলৰ পুংবোৰ শুকাল নেকি ? নে এই সম্পদবোৰো বিদেশীৰেই আছিল ? এই প্লেণ্টেচনবোৰ কৰি কি লাভ হ'ব। গছবোৰ পুৰঠ হ'লে, অসমৰ জলবায়ুৰ কাৰণে অনুপযুক্ত বুলি এই চেগুণ কাঠবোৰকো চেণ্ট্ৰেলে যে কাঢ়ি নিনিব তাৰ কি মানে আছে ? হায়, অসমীয়াৰ কপাল !

ফ্লাস্কৰ পৰা প্ৰেম বাহাদুৰে চাহ একাপ দিলে আৰু জেপৰ পৰা টকা চাৰিটা টেবুলখনৰ ওপৰত থৈ সি যাবলৈ ওলাল।

'বাহাদুৰ, বিস্কুট্ ক'ত ?'

'নাই চাব্। চিগাৰেটো নাই।'

'ঘোষ বাবুক মোৰ কথা কৈছিলি ?'

'হয় হুজুৰ। নাই বুলি ক'লে।'

'চব নাই। খালি নাই নাই, কি আছে অ' ইয়াত ? যা।'

বকুল শইকীয়াৰ আদেশ পাই সি যাবলৈ ওলাল। চাহ কাপত শোহা মাৰি পৰি থকা টকা চাৰিটালৈ চালে। তাৰ হিচাপমতে কিছু পইছা ঘুৰাই পাব লাগিছিল। সন্দেহ হোৱাত প্ৰেম বাহাদুৰক মাতি কথাটো সুধিলে। চাহ একাপৰ দাম পঞ্চাশ পইছা কৰিলে বুলি কোৱাত, বকুল ফৰেষ্টাৰ আচৰিত হ'ল। ইমান আগ্ৰহেৰে খাবলৈ ধৰা চাহ কাপ, তাৰ হঠাতে বেদনাৰ কাৰণ হৈ উঠিল। চাহৰ কাপটো টেবুলত থৈ সি নিজকে কোৱাদি ক'লে—

'পঞ্চাশ পইছা চাহ একাপত ! দুদিনৰ আগতে চল্লিশ পইছা আছিল, আজি পঞ্চাশ পইছা হ'লেই। আৰু দুদিনৰ পাচত চাগে এটকা হ'বগৈ।'

প্ৰেম বাহাদুৰে একো নামাতিলে। আজি পাঁচ বছৰে থাকি সি বুজিব পাৰিছিল—বকুল চাহাবৰ মনটো। শইকীয়াৰ মুখত খং আৰু বিৰক্তিৰ চিন দেখিলেই প্ৰেম বাহাদুৰে মনে মনে থাকে। এনে কৰিলে তাৰ বাবুৰ মনত মৰম মিহলি কোমলতাৰ সৃষ্টি হয় আৰু খং ভাব প্ৰশমিত হৈ তাৰ প্ৰতি সদয় ভাব উদ্ৰেক হয়। সি একোকে নমতা দেখি বকুলে ক'লে—'এৰা, তহঁতক শুনাই কি লাভ হ'ব। দুনিয়াখনেই বেয়া হৈছে। তই চাহ খাইছ ?'

'নাই হুজুৰ।'

'হোঁ, ফ্লাক্সত থকা চাহ-কাপ খা গৈ। চাহ খাই চন্দ্ৰবাবুক মই মাতিছোঁ বুলি ক'বি গৈ, যা।'

ফ্লাক্স্‌টোলৈ বাহাদুৰ ওলাই গ'ল। চাহ কাপত শোহা মাৰি বকুলে ভাবিলে,—শোষণৰো সীমা এটা আছে। বনৰ জোকেও প্ৰয়োজনতকৈ বেছি তেজ শুহি নাখায়। আজি মানুহবোৰৰ কি হৈছে ? শোষণত মতলীয়া হৈ বিবেকক হেৰুৱালে যেন পাইছোঁ। কেৱল ধনকেহে চিনি পোৱা হ'ল, আজিৰ মানুহে। ধনৰ কাৰণেই অৰণ্যৰ ওপৰত মানুহৰ নিৰ্লজ্জ অত্যাচাৰ। আজি পোন্ধৰ বছৰে অৰণ্যত ঘূৰি ভিতৰত ছবিখন বুজিবৰ বাকী থকা নাই। কাঠ-বাহ-বেতবোৰটো শেষ হ'লেই, বনৰ জীৱ-জন্তুও মানুহৰ হাতত নিঃশেষ হ'বলৈ আৰু বেছি দিন নাই। বন্য-প্ৰাণী সংৰক্ষণ সপ্তাহ পালন কৰিলেই হ'লনে ? হায়, মানুহৰ আন্তৰিকতা !

চাহ কাপ শেষ কৰি চিগাৰেট এডাল জ্বলাই ললে। ইমান পৰে চন্দ্ৰই আহি নোপোৱা দেখি সি বাহাদুৰক মাত দিবলৈ ধৰোঁতেই, সি চন্দ্ৰক আহি থকা দেখিলে। পাতল গোফেৰে মিঠা

বৰুণীয়া চন্দ্ৰ সিং টক্‌বি লাংছ'লিএত বীটৰেই ফৰেষ্ট্ গার্ড। খাকী ৰঙৰ পোষাকেৰে চন্দ্ৰক দেখাত বেচ স্মাৰ্ট যেন লাগে। চার্টৰ ছোল্‌জাৰ্‌ ষ্ট্ৰেপ্‌ দুটাত ডিপাৰ্টমেণ্টেল্‌ বেজ এফ্‌ ডি আখৰ দুটা পুৱাৰ ৰ'দত তাৰ প্ৰতিটো খোজত উজলি উঠা সি দেখা পালে। বহি থকা বকুল শইকীয়াক চন্দ্ৰই পুৱাৰ সম্ভাষণ জনালেহি।

'চন্দ্ৰ, তুমি চাহ-জলপান খালানে?'

'হয় চাৰ, ভাতকেই খালোঁ।'

"ইমান ৰাতি পুৱাই!'

"হয় চাৰ। দিনটোলৈ ওলালো আৰু'—চন্দ্ৰই হাঁহি মুখেৰে ক'লে।

'বাৰু, তেন্তে তুমি এটা কাম কৰা। তুমি লংবুই তিছ'ৰ তালৈ যোৱা। বেগাৰী খটাবলৈ মানুহ বিচাৰিবলৈ তাক কৈছিলোঁ। ডিচেম্বৰৰ আগে আগে ফায়াৰ্‌ লাইন্‌ কটা কামখিনি শেষ কৰিব লাগিব। আজি গধুলি বেলত মই গুৱাহাটীলৈ যাম। আজিয়েই কামখিনি আৰম্ভ কৰি যাব পাৰিলে ভাল। বাকী কামখিনি তুমিও চলাব পাৰিবা। নোৱাৰিবা জানো?'—বকুলে কামৰ দিহা দি প্ৰশ্ন কৰিলে।

'হ'ব চাৰ। আজি মানুহ পাওঁ বা নাপাওঁ, ইয়াৰ মানুহৰ কথাহে। মুখেৰে অঁ বুলি শলাগে, কামৰ সময়ত পলায়। এনেহুৱা মানুহবোৰৰ কথাৰ কোনো বিশ্বাস নাই চাৰ'—চন্দ্ৰই মন্তব্য কৰিলে।

'বাৰু, তুমি খবৰটো লৈ আহাগৈচোন। আৰু শুনা, বেগাৰী মানুহ অহা নহাৰ খবৰটো মোক চেগুণ প্লেণ্টেচনত লগ ধৰি জনাবাহি, বুজিছা।'

'ভাল চাৱ।'—কথাষাৰ কৈ চন্দ্ৰসিং টক্‌বি কামলৈ ওলাই গ'ল।

বকুল শইকীয়াই চন্দ্ৰসিং টক্‌বিলৈ চাই ভাবিলে,—ইয়াৰ কাৰ্বি মানুহখিনি যদি চন্দ্ৰৰ নিচিনা হোৱা হ'লে, লাংছ'লিএতৰ মাটিত আৰু মান্‌ বনেৰে ঢাক খাই নাথাকিলহেঁতেন। ইমান সোৰোপা কিয় ইয়াৰ মানুহখিনি? কিবা কানীয়া কানীয়া লাগে এই অঞ্চলৰ মানুহবোৰক। কাম কৰাৰ প্ৰতি কোনো আগ্ৰহ নেদেখিলোঁ, ইমান বছৰে। কামৰ কথা ক'লেই দুনিয়াৰ ফাকি। লংবুই গাঁওবুঢ়াক কিমান দিন ক'লোঁ, কিন্তু ক'তা কামলৈচোন এদিনো নাহিল। আজিও যদি সিহঁত নাহে! বকুল শইকীয়াই কোনো সিদ্ধান্তৰ পথ নেদেখি খাই-বই কামলৈ ওলাই যোৱাকে ঠিক কৰিলে। বাহাদুৰক শাক কেইমুঠিমান গুৱাহাটীৰ কাৰণে পেকেট কৰিবলৈ কৈ কাৰ্টিজ্‌ বন্দুকটো লৈ প্লেন্টেচনলৈ ওলাই গ'ল।

ৰেলপথৰ দক্ষিণে থকা চেগুণৰ বাগানবোৰ এখনৰ পাচত এখনকৈ চাই চাই নাৰ্চাৰীৰ ফালে বকুল ফৰেষ্টাৰ আগুৱাই যাব ধৰিলে। পোকে খাই লঠঙা কৰা চেগুণ গছবোৰ, হেলিকপ্টাৰেৰে ঔষধ স্প্ৰে কৰাৰ পাচৰে পৰা অকৌ লহ্‌পহ হৈ উঠা দেখি তাৰ ভাল লাগিল। শাৰী শাৰীকৈ উজলি উঠা চেগুণ গছবোৰলৈ চাই সি ভাবিলে,—মদাৰ আৰু পলাশবোৰকো এইদৰে লগোৱা-হেঁতেন! আমাৰ বিহু-গীত, বন-গীতত পলাশ আৰু মদাৰৰ মূল্য থাকিলেও, কাঠৰ বজাৰত চেগুণৰ সমান জানো হ'ব পাৰিব? গুৰু ভকততো নলগা এই গছবোৰক আমাৰ বন-বিভাগে আদৰি লবই বা কিয়? বকুলৰ হাঁহি উঠিল,—কথাবোৰ ভাবি।

গছবোৰ চাই চাই সি নাৰ্চাৰীৰ ফালে চকু ফুৰালে। গমাৰী, আজাৰ, কৰৈ আৰু চেগুণৰ গুলিবোৰ তাৰ দুচকুত ভাহি উঠিল। ৰ'দত উজলি উঠা পুলিবোৰ দেখি বকুলৰ মনত আনন্দই দোলা

বিশেষকৈহি। চেগুণ পুলিৰ বহল পাতবোৰ নিয়ৰত তিতি আছিল তেতিয়াও। পঁজাল ধৰা ৰঙচুৱা আগ-পাতবোৰ তাৰ মাজতেই প্ৰকাশি উঠিছে—। বকুলক দেখি চেগুণ পুলিবোৰে যেন সম্ভাষণ জনাইছে, ৰঙা ওঠ দুটিৰে! লতাই মেৰিয়াব ধৰা চেগুণ পুলি এটাক আলফুলকৈ চিকুনাই পাত এখন লুটিয়াই চালে আৰু নিৰোগ অৱস্থা দেখি তাৰ ভাল লাগিল। ‘অহা এপ্ৰিলত পুলিবোৰ লগাব পৰা হ'বই’—সি মনতে ভাবিলে। নাৰ্চাৰী-বেডত পুলিবোৰ ডাঙৰ কৰা, সেইবোৰৰ কাটিং লগাই আপডাল কৰা, সময়মতে উইদিং কৰি গছ বঢ়াত যতনাই দিয়া আদি কাৰ্যৰ লগত পিতৃৰ সম্পৰ্ক থকা যেন লাগে বকুলৰ। এই আত্মীয়তাবোধ তাৰ মনত জাগি উঠে, বাগানৰ গছবোৰ নিৰীক্ষণ কৰাৰ লগে লগে। পঞ্চাশ একৰ মাটিত নতুনকৈ এক্সটেন্‌চন্ কৰা চেগুণৰ পুলিবোৰ নিৰীক্ষণ কৰোঁতে আজিও তাৰ মনত সেই ভাব জাগি উঠিল আৰু মনৰ আবেগত কাষৰ চেগুণ জোপাত হাত ফুৰাই সি আনন্দ প্ৰকাশ কৰিলে।

বকুল শইকীয়াই নাৰ্চাৰী কাষৰ গছজোপাৰ তলত এখন্তেক ঠিয় দি চন্দ্ৰাসিং টকুৰি অহাৰ উমান ললে। লাংছ'লিএত জুৰিৰ কাষেৰে যোৱা ফৰেষ্ট ৰোড্‌টোৰ ফালে চাই কাকো নেদেখি, বকুলে অৰ্কিড জোপাৰ সন্ধানত কাষৰ কাঠনিলৈ সোমাই গ'ল। যোৱা এপ্ৰিলত গছ মাৰ্কিং কৰোঁতে নীলা ফুলৰ অৰ্কিড্ এজোপা সি দেখিছিল। বহু ধৰণৰ অৰ্কিড্ সি দেখিছে, কিন্তু নীলা ফুলৰ অৰ্কিড খুউব কমেইহে সি দেখা পাইছে। ‘অৰ্কিড্ জোপা নিব পাৰিলে, মুনৰ মাকে ভাল পালেহেঁতেন,’—সি ভাবিলে।

নিলগৰ পৰাই বকুলে ধৰিব পাৰিলে, সি মাৰ্কিং কৰি থৈ যোৱা গছজোপাক। গছজোপাৰ ফেৰেঙনিলৈ সি লক্ষ্য কৰিলে। পাতবোৰৰ মাজেৰে সৰকি অহা সূৰুযৰ পোহৰত উজ্বলি উঠা

অৰ্কিড্ জোপাক সি দেখা পালে। আনন্দত তাৰ মন নাচি উঠিল। কিন্তু সমস্যা হ'ল গছ জোপাত উঠাটো। অৱশ্যে চন্দ্ৰ আহি পালে, অৰ্কিড্ জোপা নমাই অনাৰ ব্যৱস্থা হ'ব,—সি ভাবিলে। গছজোপাৰ কাষলৈ গৈ ভালদৰে চোৱাৰ ইচ্ছা কৰি সি আগুৱাই যাব ধৰিলে।

দুখোজমান গৈ বকুল শইকীয়া বৈ গ'ল। সন্মুখৰ হাফলুত ক'লাকৈ কিবা এটাই লৰচৰ কৰি থকা সি দেখা পালে। জাৰ্মানি বনৰ মাজেৰে সি জুমি চাই তাৰ বুকুখন চিৰিং কৰি গ'ল,—'হে প্ৰভু! সেইয়া ভালুক নহয়নে? এৰা, হয়, ভালুকেই। উঁই পোক খাইছে। কি কৰা যায় এতিয়া?'

বকুল বিবুদ্ধিত পৰিল। পকেটৰ পৰা লং ৰেঞ্জৰ কাৰ্টিজ্‌টো উলিয়াই বন্দুকটোত ভৰাই ললে আৰু আত্মৰক্ষাৰ কাৰণে সি চিন্তা কৰিলে। গোপনে ঠাইখনৰ পৰা আঁতৰি অহাই বুদ্ধিমানৰ কাম হ'ব বুলি ভাবি সি পিছ হুহকা দিলে। পিছ হুহ্‌কি আহি থাকোঁতে হঠাতে হোৰুক্ কৰি এৰ্ডিঙ গভীৰ গাঁতত সোমাই পৰিল। কি হ'ল সি তত্ ধৰিবকে নোৱাৰিলে। গাঁতটোৰ ভিতৰতে লৰ্‌চৰ্ নকৰাকৈ সি ধৈৰ্য ধৰি ৰ'ল। লৰ্‌চৰ্ কৰিলে ভালুকে হেনো চল পায়। এইদৰে গাঁতটোৰ ভিতৰত সোমাই থাকিব নে গাঁতটোৰ পৰা ওলাই প্ৰাণ ৰক্ষাৰ কাৰণে সাজু হ'ব? হঠাতে খোজৰ শব্দ শুনি সি নিশ্চল হৈ গাঁতটোত সোমাই থাকিল। শুকান গছ-পাত গচকি গচকি জন্তুটো তাৰ ফালে আগুৱাই অহা সি গম পালে। তাৰ ডিঙি শুকাই যোৱা যেন পালে। ধৈৰ্য নেহেৰোৱাই সি চকু দুটা মুদি ৰ'ল। ভালুকটো আহি তাৰ কাষতে ৰৈ যোৱা সি অনুভৱ কৰিলে। 'হে প্ৰভু! তুমি ৰক্ষা কৰা।'—বকুলে ভয়ত বিতত হৈ ঈশ্বৰক স্মৰণ কৰিলে।

'ইছ্, আমাৰ ফৰেষ্টাৰ্ বাবুচোন!'

হঠাতে মানুহৰ মাত শুনি বকুল শইকীয়াই সম্বিত ঘূৰাই পালে। চকু মেলি ওপৰলৈ চাই দেখে, তাৰ চিনাকি কাংথেৰ গাঁওবুঢ়াহে! অবাক হৈ গাঁওবুঢ়াই তালৈকে চাই আছে। গাঁওবুঢ়াক দেখি তাৰ স্বাভাৱিক অৱস্থাক ঘূৰাই আনিলে আৰু হাত এখন আগবঢ়াই 'ধৰচোন গাঁওবুঢ়া ককাই' বুলি বকুলে তাৰ সহায় বিচাৰিলে।

বকুলৰ হাতখনত ধৰি গাঁওবুঢ়াই গাঁতটোৰ পৰা তাক ওপৰলৈ তুলি আনিলে আৰু পিঠিত লাগি ধৰা পঁচা পাতবোৰ গুচাই গুচাই সি সুধিলে—

'গাঁতটোত কি ৰকম পৰিলে বাবু। দুখ পালে নিকি আমাৰ বাবুটো ?'

'নাই পোৱা, গাঁওবুঢ়া ককাই। গাঁতটোৰ ওপৰত শুকান পাতবোৰে ঢাকি ৰাখিছিল, দেখা পোৱা নাছিলোঁ।'—ঘটনাটোৰ আচল কাৰণ লুকোৱাই সি ক'লে। বন্দুকৰ কুন্দাত লাগি ধৰা মাটিখিনি এৰুৱাই এৰুৱাই সি আৰু ক'লে—

'গাঁওবুঢ়া ককাই, তহঁতৰ পাহাৰতেই মোৰ দেহটো পেলাব লাগিব যেন পাইছোঁ। পিছে, তই ক'ৰ পৰা হঠাতে ওলালিহি ?'

'হেই হাফলুতে আলু খুন্দিছিলে। কিবা হব্দ হুনিব পাইহে আহি দেখিছোঁ আমাৰ বাবুহে!'—কথাবোৰ কৈ সি ঢেক্ঢেকাই হাঁহিলে। বকুলৰ বুজিবলৈ বাকী নাথাকিল যে সি দেখা ভালুকটো গাঁওবুঢ়াই পিন্ধি থকা ক'লা কোটটোহে আছিল। একো নজনা ভাও জুৰি বকুলে চিগাৰেট এডাল জ্বলাই গাঁওবুঢ়াক প্ৰশ্ন কৰিলে···

'এতিয়া আলু খান্দিছ কিয় ? কিবা পূজা আছে নেকি ?'

'কি কম চাৰ, পেট নিমিত্তে। ইজাৰ জাৰমান হাবিতটো হাবিত

হৈছে থাকিছে। ইংলং কিৰি দেৱতাভি হৃদায় থাকিব। ইজাতে খেতি নহয় বাবু, আৰু খুন্দিছে খাব আমাৰ বিলাকটো।'

'কি দেৱতাৰ কথা কৈছ, গাঁওবুঢ়া। দেৱতাইহে তহঁতক ভাত খুৱাব নেকি ?'—মুখেৰে ধোঁৱা এসোপা উলিয়াই বকুলে সুধিলে।

'হয় বাবু। এই দেৱতাটো নহ'লে আমাৰবিলাক চবটো মৰি যাব। তাৰ ফালে মানিলে মৰম কৰে আৰু নামানিলে খুউব কাৰা আছে দেৱতাটো হ'লে দেই বাবু।'—কাংথেৰ গাঁওবুঢ়াই বকুল শইকীয়াক বুজাবলৈ চেষ্টা কৰিলে ভগা ভগা অসমীয়াৰে। সি বুজাব ধৰা কথাখিনি এনে ধৰণৰ,—লামডিঙৰ উত্তৰে আগুৰি থকা ওখ পাহাৰখনৰ নামেই ইংলং কিৰি। ইয়াৰ দেৱতাজন কাঠ আলুৰ মায়াৰে নিজৰ মহিমা প্ৰকাশ কৰি থাকে। ভাতৰ আকাল হ'লেই ইয়াৰ মানুহবোৰে দেৱতাজনৰ শৰণাপন্ন হয় আৰু অপৰ্যাপ্ত পৰিমাণে কাঠ আলু পাবলৈ সক্ষম হয়। কোনোবাই যদি অহংকাৰ কৰে তেনেহলে দিনটো বিচাৰিলেও আলু এডোখৰো বিচাৰি নাপায়। এই অঞ্চলত ইমানবোৰ গভীৰ গাঁত সৃষ্টি হোৱাৰ মূল কাৰণ হ'ল কাঠ আলু খন্দন কাৰ্য।

কথাখিনি কৈ কাংথেৰ গাঁওবুঢ়াই, হাফলুটোৰ ফাললৈ আগুৱাই গ'ল। গৈ থকা গাঁওবুঢ়াৰ ফালে চাই চাই বকুল শইকীয়াই ভাবিলে—এই মানুহখিনিৰ সহজ বিশ্বাসৰ কথা। প্ৰচুৰ ভাবে গজি উঠা এই কাঠ-আলুৰ অন্তৰালত যে ইয়াৰ মাটিৰ সাৰুৱা গুণটোৱেই আচল কাৰণ, এই কথাকেই বিশ্লেষণ কৰিব জনা নাই। দেৱতাৰ মুখাপেক্ষী হৈ জীৱন কটোৱা এই মানুহখিনিয়ে আজিও পৰিশ্ৰম কৰি খাব নাজানিলে। বিহাৰৰ পৰা অহা মানুহখিনিয়ে এই মাটিতেই পৰিশ্ৰম কৰি সোণ বুটলিছেহি আৰু আমাৰ থলুৱা মানুহখিনি পৰিশ্ৰম বিমুখ হৈ বছৰৰ ছমাহে কাঠ-আলু খাই খাই চিৰ-ৰুগীয়া হৈ পৰিছে। এই চেতনা আহিবলৈ যে আৰু কিমান

যুগ লাগিব! বকুল শইকীয়াই ভাবি ভাবি বন্দুকটোৰ পৰা কাৰ্টিজ্ উলিয়াই জেপত ভৰাই ল'লে আৰু গাৰ্ডজনৰ অপেক্ষাৰে প্লেণ্টেচনৰ ফালে ওলাই আহিল।

প্লেণ্টেচনৰ মুকলি পৰিৱেশ পাই বকুলৰ মন বেছ ফৰকাল ফৰকাল লাগিল। খন্তেকৰ আগতে পাই অহা আতংকগ্ৰস্ত মানসিক পৰিৱেশ যেন মানুহে সৃষ্টি কৰা সুশৃংখলিত বনাঞ্চলত নোহোৱা হৈ গ'ল! শাৰী শাৰীকৈ ডাঙৰ হোৱা গছবোৰৰ মাজত যেন শিল্পসুলভ কোমলতাই বিৰাজ কৰি আছেহি। এই গছবোৰৰ মাজত মানুহৰ আত্মিক স্পৰ্শৰ দ্বাৰা যেন উদ্ভাসিত হৈ উঠিছে। কথাবোৰ ভাবি ভাবি বকুলে এক গভীৰ আশ্বস্ততৰে চিগাৰেট টানি ধোঁৱাখিনি উলিয়াই দিলে আৰু গছৰ মুঢ়া এটাত বাওঁ ভৰিখন থৈ থিনিং কৰিবলৈ বাকী থকা আজাৰ প্লেণ্টেচনৰ ফালে এবাৰ নিৰীক্ষণ কৰিলে। আজাৰ গছবোৰক নোমাল লতাবোৰে ছাটি ধৰা দেখি, তাৰ অন্তৰত এক অবোধ বেদনাই দোলা দিলে। এই লতাৰ আক্ৰমণ যে আকাশী লতাৰ আক্ৰমণতকৈয়ো ভয়াবহ,—বকুলে ভাবিলে। লতাবোৰ কাটি থিনিং নকৰিলে, এই আজাৰবোৰৰ ধ্বংস নিশ্চিত। কিন্তু, তাৰ হাতত উপায় আছেই বা কি? বহুবাৰ লিখিও বিভাগৰ পৰা থিনিং অ'পাৰেচনৰ বাবে প্ৰয়োজনীয় ধন আনিব নোৱাৰিলে। চেগুণৰ প্ৰতি যিমান যত্ন আৰু ধন দিয়াত কৃপণালী নকৰে, সেইদৰে থলুৱা গছ এই আজাৰৰ প্ৰতিও গুৰুত্ব দিয়া হ'লে! কথাখিনি ভাবি কিয় জানো বকুলৰ মনটো হঠাতে বেদনাহত হ'ল? আজাৰৰ ওপৰত বনৰীয়া লতাৰ শোষণ কাৰ্যৰ দৰেই, লাংছ'লিএতৰ থলুৱা কাৰবিহ'তৰ ওপৰতো কোনোবা অপশক্তিয়ে নিশ্চয় শোষণ কৰি আছে। নহলেনো যুগ যুগ ধৰি বসতি কৰি অহা এই থলুৱা মানুহখিনিৰ এই দশা হ'ব পাৰেনে?

'বাবু, ঘৰ নাযায়নিকি ?'

গাওঁবুঢ়াৰ মাত শুনি বকুল শইকীয়াই ঘূৰি চালে। এখাং আগু লৈ আহি থকা কাংথেৰ গাওঁবুঢ়াক সি দেখা নাছিল। সম্মুখত ঠিয় দি থকা গাওঁবুঢ়াক হঠাতে নিষ্পেষিত বুঢ়া আজাৰ হেন তাৰ দুচকুত ভাহি উঠিল। গছৰ মুঢ়াৰ পৰা ভৰিখন নমাই সি সঁহাৰি দিলে,—'যাওঁ। আমাৰ চন্দ্ৰৰ কাৰণে বাট চাই আছোঁ। তোৰ আলু খন্দা হ'ল, ককাই ?'

'অ'। আমাৰ হ'লে যামদেই বাবু।'

কথাখিনি কৈ খচক্ খচক্‌কৈ গাওঁবুঢ়াই খোজ ললে। পিন্ধি থকা ক'ল্যা কোটখনৰ ওপৰত আলুৰ খাংটো পিঠিত লৈ ঘৰলৈ গৈ থকা কাংথেৰ গাওঁবুঢ়াক কোনোবা আদিম মানৱৰ জীৱন্ত ৰূপ হেন প্ৰতিফলিত হৈছিল। বনৰীয়া আলুৰে পৰিয়াল পোহ-পাল কৰা এই শতিকাৰ এক ডাঙৰ প্ৰত্যাহ্বান,—বকুলে কথাষাৰ ভাবি নিজকে বৰ অসহায় বোধ কৰিলে। স্বাধীনতাৰ কোনো সোৱাদকে নোপোৱা এই বনাঞ্চলৰ মানুহখিনিৰ কথাবোৰ ভাবি ভাবি বকুল শইকীয়াও নিজৰ অফিচ-কেম্প পালেহি।

"বাহাদুৰ, হোল্ডল্‌টো খুলি বিচনাখনকে পাৰি দেগৈ যা।"—চাহ খাই ৰেডিঅ' শুনি থকা বকুলে ক'লে।

গুৱাহাটীলৈ বুলি গধূলিতে তুলি থোৱা বাৰীৰ শাক-পাচলি কাগজৰ বাকচ এটাত প্ৰেম বাহাদুৰে ভৰাই আছিল। ঘৰলৈ যাবলৈ সাজু হৈ থকা তাৰ বাবুৰ কথা শুনি সি আচৰিত হ'ল আৰু বকুলৰ কথা বুজিব নোৱাৰি সি ভেবা লাগি চাই ৰ'ল। জঠৰ লাগি তাৰ মুখলৈকে চাই থকা দেখি বকুলে ধমক দি ক'লে—'কি বুৰবকৰ দৰে চাই থাক অ'। ৰেডিঅ'ত শুনা নাছিল, ৰেল নচলে

বুলি ? কালিৰে পৰা অসম বন্ধ। মোৰ বিচনাখন ঠিক কৰি যোৱাৰ ব্যৱস্থা কৰ গৈ যা।'

বকুলৰ কথা শুনি বৰ আগ্ৰহেৰে বাকচত ভৰাব ধৰা শাকবোৰ ঠাইতে এৰি তাৰ বাবুৰ বিচনাখন ঠিক কৰিলে গৈ আৰু মন আমোলেই শাকৰে সৈতে বাকচটো লৈ পাক ঘৰলৈকে গুচি গ'ল।

দিনটোৰ পৰিশ্ৰমত বকুলৰ দেহ-মন ক্লান্ত হৈ পৰিছিল। ৰেডিঅ'ৰ ভলিউম্‌টো কমাই সি বিচনাত বাগৰ দিলে। দিনটোৰ বিক্ষিপ্ত ঘটনাবোৰে তাৰ মনটোক বেদনাৰে ভাৰাক্ৰান্ত কৰি তুলিলে।

এৰা, অৰ্কিড্ বিচাৰি গৈ তাক আজি বহুতো কথাই শিকালে। গাওঁবুঢ়াৰ ক'লা কোটখনৰ দৰেই ইয়াৰ কাৰ্বিসকলৰ গাত দেও-ভূতৰ বিশ্বাসবোৰ এৰাব নোৱাৰাকৈ লাগি ধৰিছে। এই মানুহ-খিনিয়ে কেতিয়া মুক্তি পাব বকুলে ভাবি একো উত্তৰ বিচাৰি নাপাই ৰেডিঅ'ত ভাহি অহা খগেন মহন্তৰ দৰদী কণ্ঠৰ গীতটিৰ প্ৰতি সি মনোনিৱেশ কৰিলে।

গীতটি শুনি আৰলেং দৰদী বকুলৰ মনটো হঠাতে চেনিকুঠি-লৈকে উৰা মাৰিলে। ডাকোৱালজনৰ দৰেই বকুলৰ পিতৃ-মনটোৱে হাহাকাৰ লগাই দিলে। গুৱাহাটীত থকা ঘৰখনৰ ছবিবোৰ তাৰ দুচকুত ভাহি আহিল। তাৰ ডেৰ বছৰীয়া মুনজনীলৈ বেছিকৈ মনত পৰিব ধৰিলে। গীতৰ শেষ ডোখৰৰ মিঠা দৰদে তাৰ চকু দুটাক সেমেকাই পেলালে। চকুৰ কোণ দুটা মচি বকুলে ৰেডিঅ'ৰ চুইছ্‌টো অফ্ কৰিলে আৰু বাহিৰলৈ সি লাহেকৈ ওলাই আহিল।

লাংছ'লিএতৰ বনাঞ্চলত তেতিয়া জিলী-পোকৰ ক্ৰন্দন ঘনীভূত হৈ পৰিছিল। □

# কিদ'ৰ গাঁঠি

ঘোঁৰা তিনিটা এইমাত্ৰ উপত্যকাৰ ফালে নামি গ'ল। কাৰবি ৰজা ছাৰথে ৰংহাঙে চ'ৰা-ঘৰৰ বেৰ-জলঙাৰে নামি যোৱা ঘোঁৰা কেইটাৰ ফালে কিছু সময় নিৰীক্ষণ কৰি পুনৰ ধপাত মোঁৰিয়াবলৈ ধৰিলে।

ঘাটলৈ যোৱা বাটটোৰ সোঁ-কাষতেই ৰজাৰ ঘৰটো। সৰ্ব সাধাৰণ কাৰবিৰ দৰেই তেওঁৰ ঘৰটোও চাঙৰে সজোৱা। ৰজাৰ ঘৰ বুলি বিশেষ কাৰুকাৰ্য ও ঘৰটোত নাই। ঘৰৰ চালকেইখনো জহি খহি যোৱাৰ উপক্ৰম হৈছে। চাংখনৰ ওপৰলৈ উঠা খট্‌খটিও আও-কাঠৰ। খট্‌খটিৰ ছিৰি দুডালৰ বান্ধবোৰো উঁৱলি যোৱা। মুল ঘৰটোৰ সম্মুখত এটি দীঘল চ'ৰা-ঘৰ,—হংফাৰ্লা। হংফাৰ্লাৰ সোঁ-মাজতে জুইশাল। জুইশালৰ ওপৰত ওলমি থকা ধোঁৱা-চাংখনো এলান্ধুকলীয়া। খুটা দুটামানত বেতেৰে বান্ধি থোৱা পহু-শিঙৰ বাহিৰে চ'ৰা-ঘৰটোও জাক্‌জমকতাশূন্য, বৈচিত্ৰ্যহীন। চাৰি কেইখনমান জুইশালৰ চাৰিওকাষে পাৰি

থোৱা আছে। এইখনেই ৰজাৰ বিচাৰ-চ'ৰা। কাৰ্বি সমাজৰ দিগ্‌দৰ্শক, ভাগ্য নিৰ্ণায়ক ৰাজসভা সেইখনেই।

চ'ৰা-ঘৰৰ সম্মুখৰ চাং-চোতালত তেতিয়া বিচ্ছুৰিত সূৰুষৰ পোহৰ। বটগছৰ অস্থিৰ ছাঁবোৰ চোতালত পৰি নাচি আছিল। কাৰ্বি ৰজা ৰংহাং লিন্দক ছাৰথেৰ মনটো পুৱাৰে পৰাই অশান্ত। ধপাত মেৰিয়াই মেৰিয়াই যোৱা নিশা ফেৰাংকেই দিয়া বাতৰিটোৰ কথা ভাবি থাকোঁতে 'জা—হ' ল'ছেই, জা—হ' ল'ছেই (সোঁৱা ঘোঁৰা, সোঁৱা ঘোঁৰা)' বুলি গাওঁখনৰ ল'ৰা-ছোৱালীয়ে খলক লগাইছিলহি। হাই-উৰুমি শুনি ছাৰথে ৰংহাঙে বেৰ-জলঙাৰে নিৰীক্ষণ কৰিছিল—অকলশৰে। ল'ৰা-ছোৱালীৰ লগতে গাঁৱৰ পিন্‌প' সকলেও ঘোঁৰা চোৱাৰ উজান ধৰিছিলহি। ছাৰথে ৰংহাঙে বৰ ভাল নাপালে। বেপাৰী কেইজনক দেখি তেওঁ কিছু আচৰিতো হৈছিল।

সচৰাচৰ আহি থকা খাছীয়া বেপাৰীবোৰৰ সলনি আজি কিছুমান অচিনাকি মুখৰ বেপাৰী আছিল সেয়া। ভয় সঙ্কোচ-হীন নিৰ্বিকাৰ দৃষ্টি সিহঁতৰ। এইখন কাৰ্বি ৰজাৰ ৰাজধানী ৰংহাং ৰংবং বুলি সিহঁতে নাজানেই, নে জানি শুনিও ৰজাৰ 'ৰাজধানী' বুলি বিশ্বাসকে কৰিব পৰা নাই। বিশ্বাস কৰিবই বা কিয়? গাওঁখনৰ জৰাজীৰ্ণ ৰূপ দেখি কোনোবাই এইখন ৰাজনগৰ বুলি ভাবিবনে? বেপাৰী ঘোঁৰাই যিখন গাঁৱৰ মানুহক কৌতুহল সৃষ্টি কৰিব পাৰে, সেই গাঁওখনৰ বিষয়ে বিদেশীৰ মনত ভয় ভাবৰ উদ্রেক নহাই স্বাভাৱিক। কাৰ্বি আংলং গঠন হোৱা আজি একুৰি পাঁচ বছৰ অতিক্ৰম কৰি গ'ল। কাৰ্বি সমাজৰ ঐতিহ্য বহনকাৰী এইখনেই একমাত্ৰ আধাৰ বুলিতো কাউন্সিলে আমাক স্বীকৃতি দিয়া নাই, বৰং অৱহেলাৰ নিৰ্লজ্জ ইতিহাস এখনহে বিশ্বৰ আগত উদঙাই ধৰিছে। সঙ্কোচহীন ভাবে বিদেশী

বেপাৰীবোৰে মোৰ সন্মুখ চোতাল গচকি যোৱাত কোনো দ্বিধাবোধ নকৰাৰ মূলত এই অৱহেলাৰেই চৰম পৰিণতি। ধপাত হুপি হুপি কাৰবি ৰজা ছাৰথে ৰংহাঙে কথাবোৰ ভাবি গ'ল।

চাৰি গৰাকী লিন্দকৰ মাজৰে ছাৰথে আজি সৰ্বশ্ৰেষ্ঠ লিন্দকৰ আসনত অধিষ্ঠিত। এই শ্ৰেষ্ঠতম সন্মানৰ অধিকাৰী হোৱা আজি পাঁচ বছৰেই হ'ল। বহিৰ্জগতৰ লগত কিছু পৰিচয় আছে বাবেই তেওঁ আজি মানসিক সংঘাতৰ সন্মুখীন হৈছে। যুগৰ লগত খাপ খোৱাই পিনপ'ৰ শাসন ব্যৱস্থা পৰিৱৰ্তন কৰিব বিচাৰি বাৰে বাৰে তেওঁ ব্যৰ্থ হৈছে। আজি কিছু দিনৰ পৰা এই চিন্তাই তেওঁক খুলি খুলি খাব ধৰিছে। ৰাতিপুৱাৰ সেই সাধাৰণ দৃশ্যই ছাৰথে ৰংহাঙৰ বিবেকক খুন্দিয়াই থৈ গ'ল। মূৰৰ বগা পাগুৰিটো শিতানৰ ফালে থৈ তেওঁ পুনৰ চিন্তা কৰিবলৈ ধৰিলে। এনেতে ওলাই অহা কাদমজনীক দেখি মাত লগালে,—

'কাদম, চাহ এবাটি আনচোন, আই। তোৰ খুৰাহঁতো ইমান পৰেও আহি পোৱাহি নাই। কি বা হ'ল?'

কাদমে একো সঁহাৰি নজনাই বৰ-ঘৰৰ ভিতৰলৈকে সোমাই গ'ল।

কাদম, ছাৰথে ৰংহাঙৰ ছোৱালী।

ৰংহাং-ৰংবং নগৰৰ চেনেহৰ জীয়ৰী, উমৰাছিৰ গাভৰু,— কাদম ৰংহাংপী। পকা মাধুৰী আমৰ দৰে দেহ-লাৱণ্য তাইৰ। কিচ্কিচীয়া ক'লা চুলিৰে এখোপা চুলি। পিনীপেকক পিন্ধি বাহিৰলৈ ওলাই আহিলে সকলোকে মুগ্ধ কৰিব পৰা তাইৰ ৰূপ। কিন্তু, কাৰ্বি ৰজাৰ দাৰিদ্ৰক কাদমে ঢাকি ৰাখিব পৰা নাই। লনি কান দুখনত বাঁহৰ চুঙা আৰু মণিবিহীন কাদমৰ কণ্ঠই, ৰজাৰ আৰ্থিক দিশ উদঙাই ধৰিছে।

জীয়েকে দি যোৱা চাহৰ বাটিত শোহা মাৰি ঘৈণীয়েকে কোৱা কথাষাৰলৈ তেওঁ মনত পেলালে,—কাদম গাভৰু হ'ল। ৰূপৰ থুৰীয়া এযোৰো কিনি দিব নোৱাৰেনে? আমাৰ সাধাৰণ ঘৰৰ জীয়ৰীহঁতেও গহনা-গাঁঠৰি লব পাৰে। আমাৰ জনী ৰাজকন্যা হৈয়ো বাঁহৰ চুঙাকেহে পিন্ধি থাকিবনে? উম্বাছুৰ বজাৰত হেনো ভাল ভাল ৰূপৰ থুৰীয়া ওলাইছে। তাৰে এযোৰ কিনি নিদিয়ে কিয়? কিদ'টোৱে জানো থুৰীয়া কিনিব নোৱাৰিব?···

এৰা, কাদমৰ মাকে ভবা কথাও মিছা নহয়। ৰজাৰ জীয়ৰী হৈ দহজনৰ আগত নিৰাভৰণা হৈ ওলাই ফুৰাটো সম্মানৰ ফালৰ পৰা ভাবিবলগীয়া। কিন্তু, কিনো কিহেৰে? কাণৰ থুৰীয়া কিনিব পৰা জোখাৰে কিদ'টোৰ শক্তি আছে জানো? হাবে-পিন্'প'ক কিদ'টোৱে পদচ্যুত কৰিব পাৰি কিন্তু সম্পত্তি কিনা! কিনিব পাৰি ক্ষমতাৰ অপব্যৱহাৰেৰে। সেয়া মোৰ দৃষ্টিত উচিত নহয়। ৰূপ নালাগে পিতলৰ আঙঠি এটাও কিদ'ৰ ক্ষমতাৰে কিনা মুঠেই কাম্য নহয়। মাকেতো নাজানে মোৰ ৰাজ ক্ষমতাৰ কথা! আঁহত গছবোৰে আমাক আৱৰি ৰখাৰ দৰে আমিও যে ক্ৰমান্বয়ে অন্ধকাৰৰ পৃথিৱীলৈ গৈ আছোঁ, সেয়া কেইজন পিন্'প'ই গম পাইছে?

মান-সম্মানতহে মই শ্ৰেষ্ঠ, কিন্তু বাস্তৱ দৃষ্টিত মোৰ দেখোন কোনো শক্তিয়েই নাই। কাৰবি আংলংখুনক যদি খাছীয়াসকলে কাঢ়ি নিয়ে তেন্তে মই ৰক্ষা কৰিব পাৰিম নে? কাৰবি ৰজা শক্তিহীন বুলি জানিহে সেই সাধাৰণ বেপাৰী কেইটাই মোক সেৱা নজনাই গুচি গ'ল। এইবোৰ নিশ্চয় অশুভ ইংগিত। এই ঘটনা-বোৰ মোৰ বাবে এক প্ৰত্যাহ্বান স্বৰূপ। যোৱা কালি থান্দুলীৰ বজাৰত যি ভাবুকিৰ সৃষ্টি হ'ল, সেয়া আমাৰ অস্তিত্বৰ বাবে এক

ডাঙৰ প্ৰশ্ন ? কিদ'ৰ শক্তিৰে আজি বাৰু থান্দুলীক ৰক্ষা কৰিব পাৰিমনে ?

শেহ শোহা মাৰি চাহৰ বাটিটো কাষতে থৈ ছাৰথে ৰংহাঙে পুনৰ ভাবিলে,—আজি খিৰলা। পৱিত্ৰ দিন। এই দিন-বাৰতেই আমি 'ৰ'ল কেতেৰ' পূজা অনুষ্ঠিত কৰোঁ। কাৰ্বি লংৰি পৱিত্ৰ কৰা দিন। সহস্ৰ দেৱতাৰ মহা মিলনৰ দিন আজিয়েই। কিন্তু, আজি মোৰ সম্মুখত দুশ্চিন্তাই কিয় দেখা দিছে ? পুৱাৰে পৰাই মোৰ মনটো অলপো মুকলি লগা নাই।

এইদৰে ভাবি বহি থকা ছাৰথে ৰংহাঙে অদূৰত শাৰী পাতি আহি থকা সভাসদ বৰাদিলিসকলক দেখি শিতানত খুলি থোৱা পাগুৰিটো মূৰত মাৰি অপেক্ষা কৰি ৰ'ল। জখলাবে উঠি অহা বৰাদিলি, বৰপাতৰ, ৰংপি লিন্দক এই সকলৈলে উদ্দেশ্য কৰি তেওঁ মাত লগালে—

'দেৱতাসকল, আহক। অথনিৰে পৰাই আপোনালোকলৈ বাট চাই আছোঁ।'

'কাৰদম, প্ৰভু ঈশ্বৰ। আপোনাৰ মংগল হওক। হঠাতে কিছুমান খবৰ পাইহে চ'ৰালৈ অহাত পলম হ'ল।'—বৰাদিলিয়ে নিজ আসনত বহি ৰজাক জনালে। আনসকলেও নিজ নিজ আসনত বহিলহি। ৰজাৰ চ'ৰা-ঘৰ ক্ৰমান্বয়ে গহীন হৈ উঠিল।

'কিহৰ বাতৰি ? উমবাছু বজাৰৰ ঘটনা নেকি ?'—ছাৰথে ৰংহাঙে প্ৰশ্ন কৰিলে।

'হয় প্ৰভু। সেই খবৰটোৰ লগতে হাবেক পদচ্যুত কৰাৰ খবৰ এটাও আছে।'

'হাবেৰ পদচ্যুত! কোন অঞ্চলৰ হাবে ?'—জুলাব ধৰা ধপাতটো নজুলাই উদ্বিগ্ন চিত্তেৰে বৰাদিলিৰ মুখলৈ তেওঁ চাই ৰ'ল।

'লাং চিথ্রিং অঞ্চলৰ হাবে।'– বৰাদিলিয়ে চমুকৈ ক'লে।

'কিহৰ দোষত ?' ধপাতৰ ধোঁৱা এৰি তেওঁ আকৌ সুধিলে।

'লাইছেনেম।'

'লাইছেনেম! সত্য নে ৰংপি লিন্দক ?'—বৰাদিলিৰ কাষতে বহা ৰংপি লিন্দকলৈ চাই তেওঁ প্ৰশ্ন কৰিলে।

'ঘটনাটো সঁচা। হাবে পদৰ বাবে সি সঁচাকৈয়ে অযোগ্য।'

ৰজাৰ কাষলৈ ইতিমধ্যে এবটল দুবটল কৰি বিচাৰৰ মদ আহিব ধৰিলে। ৰজাই সেইবোৰ গ্ৰহণ কৰি ঘটনাটোৰ পৰ্য্যালোচনা কৰিলে আৰু পৰিষদক উদ্দেশ্য কৰি সুধিলে,—

'পদচ্যুত কৰিব লাগে বুলি আপোনালোকে ভাবে নেকি ?'

'প্ৰভু ঈশ্বৰ, ইয়াত দ্বিমতৰ প্ৰশ্নই নুঠে। সি সমাজৰ নিন্দনীয় ব্যক্তি। তাক ক্ষমতাৰ পৰা অব্যাহতি দিব লাগে।'—বৰাদিলিয়ে নিজৰ সিদ্ধান্তৰ কথা ঘোষণা কৰিলে। পৰিষদৰ অন্যান্য বিষয় ববীয়া সকলেও বৰাদিলিৰ সিদ্ধান্তত হয়ভৰ দিলে।

পৰিষদৰ মত পাই ৰজা ছাৰথে 'ৰংহাঙে পিন্‌প'সকললৈ চাই ক'লে—'তেনেহলে কিদ'ত আপোনাসকলৰ সম্মতিৰ গাঁঠি দিয়ক।'

বাঁহৰ তমালত ৰাজ আদেশৰ সম্মতিসূচক গাঁঠিবোৰ পিন্‌প' সকলে দিবলৈ ধৰিলে। চ'ৰা-ঘৰত ৰাজ পুৰোহিত কাথাৰ বুৰাক নেদেখি ৰজাই বৰাদিলিক সুধিলে—

'কাথাৰ বুৰা ডিফুৰ পৰা ঘূৰি অহা নাই নেকি ?'

'যোৱা ৰাতিহে আহি পাইছে।'—বুৰুন্তিমেনে জনালে।

'বাৰু, কাথাৰ ৰিছ' আছে যেতিয়া তেওঁ থকাৰ নিচিনাই। ফেৰাংকে, ৰাইজে দিয়া সোণৰ বটলবোৰ দেৱতাসকলক বিলাই দিয়া।'—বিচাৰ চ'ৰাৰ মদ বিলাবলৈ ৰজাই নিৰ্দ্দেশ দিলে।

ৰজাৰ আদেশ পাই বিচাৰ-চ'ৰাৰ মদবোৰ পিন্‌প'সকলৰ মাজত বিলাই দিলে। বিলনিৰ অন্তত ৰাজ-সভাৰ মংগলাৰ্থে সহস্ৰ

দেৱতালৈ তৰ্পণ কৰি পানীয় গ্ৰহণত সকলোৱে ব্যস্ত হ'ল। ৰজা ছাৰথে ৰংহাঙে দুঢোকমান খাই মন্তব্য কৰিলে, –'সোণ-ৰূপৰ আসনত বহা লোকজনে অবৈধ প্ৰণয়ত লিপ্ত হোৱাটো মহাপাপ। লাইছেনেমত পতিত হোৱা ব্যক্তিজন সমাজৰ অতি ঘৃণনীয়। আমাৰ সমাজত এনে ঘটনাৰ কাহানিও ক্ষমা কৰা হোৱা নাই। আজিও সেয়া হোৱা উচিত নহয়। সেইবাবেই লাংচিথিঙৰ হাবে পদত থকা আংজক ইংতিক ক্ষমতাচ্যুত কৰা হ'ল। আজিৰ সভাই লোৱা সিদ্ধান্তৰ বাতৰিটো লংৰিত সোনকালে জনাই, এজন উপযুক্ত হাবে সোনকালে প্ৰতিষ্ঠা কৰিবলৈ আমাৰ বৰাদিলিক দায়িত্ব দিয়া হ'ল।'

ৰজাৰ সিদ্ধান্তৰ প্ৰতি সকলোৱে ওলগ জনালে। মদ-পানী খাই অবৈধ প্ৰণয় সম্পৰ্কীয় মুখৰোচক তৰল কথাৰে চ'ৰাঘৰ ভৰি পৰিল। কিছুমানে নাৰীৰ ৰূপ-সৌন্দৰ্যই পুৰুষ একোজনৰ স্খলনৰ মূল কাৰণ বুলি মন্তব্য প্ৰকাশ কৰি হা-ঈৰ কাহিনী স্মৰণ কৰিবলৈ ধৰিলে। চ'ৰাঘৰৰ গাম্ভীৰ্য ক্ৰমান্বয়ে হেৰাই যাবৰ উপক্ৰম হোৱা দেখি ছাৰথে ৰংহাঙে গহীনাই প্ৰশ্ন কৰিলে,—

'দেৱতাসকল, উম্বাছু ৰজাৰখন জানো কাৰ্বি আংলঙৰ নহয়? কি কাৰণত, যোৱাকালি খাছীয়াবোৰে আমাৰ প্ৰজাক ভীতি প্ৰদৰ্শন কৰিবলগীয়া হ'ল, কোনোবাই ক'ব পাৰেনে?'

খান্দুলীৰ সীমা বিবাদেই হেনো ঘটনাৰ মূল কাৰণ। খান্দুলী খাছীয়াৰহে, কাৰ্বি আংলঙৰ কোনো ক্ষমতা নাই বুলি উম্বাছু ৰজাৰত প্ৰচাৰ অভিযান চলাই আমাক ভয় দেখুৱাইছে আৰু ৰজাৰৰ মাছুল আদি উঠোৱাতো বাধা দিছে।'—কিছু বিৰক্ত হৈ বৰাদিলিয়ে ৰজাক ঘটনাৰ শুং-সূত্ৰ জনালে। ছাৰথে ৰংহাঙে জ্বলি থকা জুই-শাললৈ কিছু সময় চাই ঘটনাৰ অনুসন্ধান আৰু সমস্যা

সমাধানৰ পথ বিচাৰি নীৰৱ হ'ল। ৰাতিৰ মদ এঢোক খাই ঢেঁও চ'ৰাত বহি থকা পিন্‌প'সকলে চাই ক'বলৈ ধৰিলে,—

'তিনিটা খুটি নহ'লে উধান নহয়, চৰুও নবহে। এতিয়া যুগ সলনি হ'ল। এই বিবাদ এতিয়া আমি সমাধান কৰিব নোৱাৰোঁ। কাৰবি ৰাইজ, চৰকাৰ আৰু আমি এই তিনি শক্তিৰ ঐক্য বিনে খান্দুলীৰ সীমা সমস্যা সমাধান সম্ভৱ নহয়। দেশৰ সীমা এতিয়া ডিফুইহে সমাধান কৰিব পাৰিব, ৰংহাং-ৰংবং নগৰে নোৱাৰে। আমাৰ হাতৰ ক্ষমতা কোন কাহানিবাই এম-ডি-চি, এম-এল-এ সকলক দিছোঁ। আপোনালোক, দেৱতাসকলে কথাটো বাৰু তং কৰিছেনে ?'

ছাৰথে ৰংহাঙৰ কথা শুনি সকলোৱে অবাক হ'ল। কোনো কালেই পিন্‌প'সকলক কাৰবি ৰজাই এনেদৰে কোৱা নাছিল। পিন্‌প'সকলে কথাটোৰ সম্ভেদ উলিয়াব নোৱাৰি, সকলোৱে তলমূৰ কৰিলে। নীৰৱ হৈ উঠা চ'ৰা-ঘৰটোত হঠাতে যেন উত্তাপ নোহোৱা হ'ল, প্ৰাণ-স্পন্দন স্থবিৰ হৈ গ'ল। ৰংপি লিন্দকে মূৰ খজুৱাই খজুৱাই ক'লে,—

'ঈশ্বৰ প্ৰভুই হক কথাকেই কৈছে। আমাৰ হাতত এতিয়া ক্ষমতা নাই। আমি ছ'লাংদৰ শাসনকৰ্তা হৈয়ো আমি ভোট দিলোঁ। সেয়েহে দেশৰ হকে মাত মতাৰ ক্ষমতা এতিয়া এম-ডি-চি, এম-এল-এ সকলৰহে। খান্দুলীৰ কথা এৰিছোঁৱেই, আমাৰ গাঁওখনকো খাছীয়াবোৰে দখল কৰেহি, ৰক্ষা কৰিবলৈ আমাৰ কিবা শক্তি আছেনে ?'

ৰংপি লিন্দকৰ কথা শুনি পিন্‌প'সকলৰ মুখ শুকাই যোৱাৰ উপক্ৰম হ'ল। টেৰণ লিন্দকে হাতৰ বাতিটো থৈ গৰজি উঠিল,— 'কিহৰ এম-ডি-চিৰ কথা কৈছে ? আমাতকৈ সি কেতিয়াও গুৱ

হ'ব নোৱাৰে। প্ৰয়োজন হ'লে বিদ্ৰ'হোৰে তাক নমাই আনিম। ৰংপি লিন্দক ইমান দুৰ্বল হ'লে ন 'ব।'

হঠাতে উত্তপ্ত হ'ব ধৰা দেখি ছাৰথে ৰংহাঙে হস্তক্ষেপ কৰি ক'লে, 'চাওঁক প্ৰভুসকল, আমি সচাঁকৈয়ে এক সংকটৰ সম্মুখীন হৈছোঁ। ৰংপি লিন্দক আৰু টেৰণ লিন্দক, আপোনালোক দুয়োজনেৰেই যুক্তি মিছা নহয়। কিন্তু, আমাৰ পৰিস্থিতিৰ বাবে আমি চিন্তা নিশ্চয় কৰিবই লাগিব। দেশৰ মাটি যদি আমি ৰক্ষা কৰিবকে নোৱাৰোঁ, প্ৰজাক যদি নিৰাপত্তা দিবকে নোৱাৰোঁ, তেনেহ'লে কাৰবি সংস্কৃতিক আমি কেনেকৈ ৰক্ষা কৰিব পাৰিম? আমাৰ ৰাজধানী তাহানিখনৰ ছ'চ্ছেং নগৰ নহয়। সময়ে সলনি কৰিলে। গতিকে প্ৰভুসকল, আমি এতিয়া নতুনকৈ চিন্তা কৰিবৰ হ'ল।'

কাৰবি ৰজা ছাৰথে ৰংহাঙৰ কথা শুনি পিন্‌প'সকলে মদ নিঃশেষ হোৱা বাতিৰ ফালে চাই চাই তলমূৰ কৰি ৰ'ল। আজিৰ চ'ৰা যেন আতঙ্কগ্ৰস্ত হৈ শ্বাসৰুদ্ধ হৈ পৰিল। কপালৰ ওপৰেদি বৈ অহা ঘাম মচি বৰদিলিয়ে ৰজাক প্ৰশ্ন কৰিলে,—

'প্ৰভু ঈশ্বৰ, আপোনাৰ কথাৰ মৰ্ম মই বুজিব পৰা নাই।'

'বৰদিলি, মন্ত্ৰী ডাঙৰীয়া, ময়ো বুজিব পৰা নাই। আজি পুৱাৰে পৰাই এইবোৰ কথাই মোৰ মনটোক চিন্তিত কৰি তুলিছে। ভোট দিয়া দিনাখনৰ পৰাই আমাৰ সাৰ্বভৌমত্বক বিসৰ্জন দিলোঁ বুলি ভাবিবলৈ বাধ্য হৈছোঁ। আমাৰ ক্ষমতা ভোটৰ বাকচত সোমোৱাই দি আমি আজি নিঃস্ব হৈ পৰিলোঁ। কিবা নতুন পথ লব নোৱাৰিলে, আমাৰ পৰম্পৰা এই ৰাজকীয় ক্ষমতাক জীয়াই ৰাখিব নোৱাৰিমহ'ক।'

ছাৰথে ৰংহাঙে কথাখিনি কৈ থাকোঁতে কাথাৰ বুৰা আৰু লগত অচিনাকি চৰকাৰী মানুহ এজন অহা দেখি তেওঁ সেইফালে

চকু ঘূৰালে। খাকী ৰঙৰ চার্ট-পেন্ট্ আৰু কঁকালত পিতলৰ মোহৰ থকা চৰকাৰী মানুহ চাওঁতে উঠি অহা দেখি দুই এজনে মদৰ বাতিটো লুকুৱাবলৈ চেষ্টা কৰা দেখা গ'ল। কাথাৰ বুৰাই ৰজাক সেৱা জনাই অপৰিচিত মানুহজনৰ পৰিচয় কৰালে,—

'এখেত ডিষ্ট্রিক্ট্ কাউন্সিলৰ পিয়ন। ৰংহাং কুলৰ। আমাৰ কাৰবি ৰজালৈ বুলি ডিফুৰ পৰাই কিবা দৰকাৰী খবৰ লৈ আহিছে।'

'ৰংহাং কুল'ৰ বুলি জানি পিনপ'সকল আশ্বস্ত হ'ল আৰু লুকুৱাব ধৰা কিজনেও মদৰ বাতি সন্মুখলৈ আনি নতুন অতিথিক আদৰ জনালে। অতিথিৰ কাৰণে ৰখা ঠাই এডোখৰত বহিবলৈ দি ৰজাই আদৰ কৰি সুধিলে,—'আমাৰেই ভাতৃচোন। ভালেই হ'ল। কি বাতৰিনো ইমান দূৰলৈকে লৈ আহিছা?'

ৰাজ অতিথি পিয়নজনে বহাৰ পৰা উঠি ব্ৰাণ্ডী এবটল দি ৰজাক সেৱা জনালে আৰু অহাৰ কাৰণ বৰ্ণাই ক'লে,—'খবৰ জৰুৰী। অহা ছাব্বিছ তাৰিখে হামৰেনত এখন মিটিং হ'ব। মিটিঙত আপোনাৰ উপস্থিতি চৰকাৰ ফালৰ পৰা আশা কৰিছে। চি-ই-এম্ ডাঙৰীয়াই এই চিঠিখন পঠিয়াইছে আৰু উপহাৰ স্বৰূপে এই ব্ৰাণ্ডীৰ বটলটোও দি পঠিয়াইছে। আমাৰ কাউন্সিলৰ শুভেচ্ছা গ্ৰহণ কৰক।'—পিয়নজনে ৰজাৰ হাতত চিঠিখন দি সেৱা জনাই নিজৰ ঠাইত বহিলহি।

'কিহৰ মিটিং, কাথাৰ বুৰাই কিবা গম পাইনে?'—ৰজাই সুধিলে।

'মদ নিবাৰণৰ মিটিং। এই সম্পৰ্কে কাৰবি ৰজাৰ মত কি চৰকাৰে হেনো জানিব বিচাৰিছে।'—কাথাৰ বুৰাই ক'লে।

মদ নিবাৰণী মিটিং বুলি গম পাই বহি থকা পিনপ'সকলৰ মনত মৃদু প্ৰতিক্ৰিয়া হ'বলৈ ধৰিলে। 'মদ-পানী নহ'লে জানো

আমাৰ ৰীতি-নীতি জীয়াই থাকিব ? আমাৰ চ'জুন চ'মাংকান, বিয়া-বাৰু জানো মদ নোহোৱাকৈ চলিব ? হঠাতে পৃথিৱীখন পৰিবৰ্তন নহয় দেই। আমাক মদ লাগিবই।'—দুই একে মন্তব্য দিলে। ছাৰথে ৰংহাঙে নীৰৱে মন্তব্যবোৰ শুনি ব্ৰাণ্ডীৰ মদ বিলাবলৈ ফেৰাংকেক আদেশ দিলে।

লংৰি আৰু প্ৰজাৰ মংগল কামনা কৰি ঈশ্বৰৰ ওচৰত মদ তৰ্পণ কৰি সকলোৱে গ্ৰহণ কৰিলে। বিলাতী মদৰ সোৱাদে পিন্‌প'সকলক বেলেগ আমেজ এটা আনি দিলে। ছাৰথে ৰংহাঙে পিন্‌প'সকলৰ প্ৰতিক্ৰিয়ালৈ লক্ষ্য কৰি ক'লে, 'দেৱ-দেৱতাৰ শ্ৰেষ্ঠতম পুৰোহিত কথাৰ বুৰা আমাৰ মাজত আছেই। মদ-পানী নোহোৱাকৈয়ে কাৰ্বিসকলৰ সামাজিক কামবোৰ যদি চলাব পাৰে, তেনেহ'লে মোৰ কোনো আপত্তি নাই। এই সমস্যা সমাধানৰ পথ মই দিব নোৱাৰোঁ। আমাৰ হৈ কাথাৰ বুৰাই হামৰেনৰ সভালৈ যাওক আৰু আমাৰ দৃষ্টিভঙ্গী সভাত উত্থাপন কৰকগৈ। আৰু আমাৰ বোপা ইমান দূৰৰ পৰা আহি আমাৰ খবৰ কৰাত, আমি আনন্দ পাইছোঁ। এইদৰে কাউন্সিলে আমাৰ খবৰ ললে আমি সুখী হ'ম। আমাৰ শুভেচ্ছা চাহাবক দিবাগৈ।'

কাৰ্বি ৰজা ছাৰথে ৰংহাঙৰ সিদ্ধান্তৰ কথা জানিব পাৰি পৰিষদবৰ্গই সন্তুষ্টি প্ৰকাশ কৰিলে আৰু দিনটোৰ বাবে সভা ভঙ্গৰ ঘোষণা কৰি ৰাজসভাৰ কাৰ্য সমাপ্ত কৰিলে।

ইমান পৰে সৰৱ হৈ থকা ৰজাৰ চ'ৰা-ঘৰ আকৌ পুনৰাৰ নীৰৱতাই বিৰাজ কৰিলেহি। পাগুৰিটো কাষতে থৈ ছাৰথে ৰংহাঙে নঙলাৰ ওপৰৰ পৰাই নিৰীক্ষণ কৰিলেহি—গৃহ-অভিমুখী পিন্‌প'সকলক। মদৰ নিচাত দুই এজন পিন্‌প'ৰ ভৰিৰ খোজবোৰ থৰক-বৰক হৈ যোৱা দেখি ভাবিলে,—'এই ৰীতিৰে জানো আজিৰ সমাজখনক ধৰি ৰাখিব পাৰিম ? কিদ'ৰে

হয়তো হাবে-পিন্‌প'সকলক আসনৰ পৰা নমাই আনিব পাৰিম, কিন্তু সমগ্ৰ মোৰ লংৰিৰ জনসাধাৰণক সময়ৰ জোখাৰে নিৰাপত্তা দিব পাৰিম ? ককা ৰেংবংহমে দেখুৱাই যোৱা বাট আজি কিমান দূৰ প্ৰশস্ত, মোৰ সতীৰ্থসকলে এবাৰ মানো ভাবি চাইছে নে ? নাই, এইদৰে হাত সাৱটি বহি থাকিলে নহ'ব। এই গুৰুত্বৰ প্ৰশ্নটো কিদ'ৰ গাঁঠিৰেই ৰাইজৰ সন্মুখত উত্থাপন কৰিবই লাগিব। কাৰ্বি ৰাইজেই দিয়ক—ইয়াৰ সমাধানৰ পথ।' □

ননদ

জীয়াই থাকে মানে বৌৱেকৰ মুখখন নাচাওঁ বুলি ভবা কাজিৰে আজিও মন বান্ধি ৰাখিব নোৱাৰিলে। ককায়েকে পঠিয়াই দিয়া গাড়ীখনতে বৌৱেকক চাবলৈ বুলি মাকৰে সৈতে তয়ো ডিফুলৈকে ওলাল।

তাইৰ প্ৰতি বৌৱেকে ষিহকে নাভাবক লাগে, তাইতো সেইদৰে ভাবিব নোৱাৰে। বৌৱেকৰ দৰে লেখিব পঢ়িব নাজানিব পাৰে, সেইবুলি জানো তাইৰো অন্তৰ বোলা বস্তু এটা নাই; মৰম চেনেহ জানো কৰিব নাজানে? বৌৱেকৰ আচৰণ যেনেকুৱাই হওক লাগে, বৌৱেক বুলিয়েই পৰিয়ালৰ মাজত থাকিব লগা সৌজন্য কণকতো তাই এৰাই চলিব নোৱাৰে!

বেঁকা-বেঁকি পথেৰে গাড়ীখন গতি লোৱাৰ লগেলগে বাটৰ দুয়ো কাষৰ বননিবোৰ তাইৰ দুচকুত ভাহি উঠিবলৈ ধৰিলে। অ'ত ত'ত ফুলি উঠা মদাৰ আৰু শিমলু গছৰ ফুলবোৰ চাই চাই কথাবোৰ জুকিয়াই যাবলৈ ধৰিলে।

...পাট-গাভৰু বয়সতেই খুড়ীয়ে কপালত আঁকি দিছিল –এই দীঘল নীলা ৰঙৰ দুকুটি। কপালৰ পৰা নাকৰ সোঁ-মাজেৰে থুতৰিলৈকে কাঁইট তিনিডালেৰে খচ্ খচ্কৈ খুঁচিছিল। কেঁচা দেহত খোঁচ মাৰোঁতে বিষত মই জিকাৰ খাই উঠিছিলোঁ। যন্ত্ৰণাত চকু দুটাৰে চকু-পানী ওলাই আহিছিল—সিদিনাখন। কাছাংহঁতলৈ তেতিয়া বৰকৈ মনত পৰিছিল। দুকু লওঁতে তাহাঁতৰো চাগে মোৰ দৰে কিমান কষ্ট পাইছিল! কাৰবি গাভৰু পালনীয় ধৰ্ম বুলিয়েইতো কাছাংহঁতেও কপালত দুকু লৈছিল। ময়ো চকুমুদি নীৰৱে সেই কষ্টক সহ্য কৰিছিলোঁ—সেই একেটা কাৰণতেই। চকু পানী দেখি খুড়ীয়ে মোক এইদৰে বুজাইছিল,—'আই কাজিৰ! ছোৱালী হৈ জনম ললে কঠোৰতম কষ্টকো সহিবলৈ শিকিব লাগিব দেই।' খুড়ীৰ সেই কথাখিনি আজিও যে ইমান ভাল লাগে!

কেঁচা ঘাবোৰত বুছি পাতৰ ৰস সাৰধানে বোলাই দিওঁতে উজ্বলি উঠা খুড়ীৰ দুকুটোলৈ চাই চাই ভাবিছিলোঁ—কিমান কষ্ট অথচ ইমান মিঠা এই নাৰী জীৱন। ঘাবোৰ নুশুকায় মানে টেঙা আঞ্জা খাবলৈ হাক দি খুড়ীয়ে মোক আশীৰ্বাদ দিছিল,—ভাগ্যৱতী হওঁক বুলি।

ঘাবোৰ শুকাই ভাল হৈ উঠাত সৰু আৰ্চিখনেৰে মোৰ নতুন মুখখন চাইছিলোঁ। বৈ অহা নীলা ৰেখাটি দেখি মোৰ যে কিমান ভাল লাগিছিল! আৰ্চিখনত নিজৰ মুখখন চাই চাই ভাবিছিলোঁ আজিৰে পৰা ময়ো কাছাংহঁতৰ দৰে চ'মাংকানত নাচিব পাৰিম, চ'জুন উৎসৱত ভাত বিলাই দহজনৰ পৰা আশীৰ্বাদ লব পাৰিম। কথাবোৰ ভবাৰ লগে লগে হঠাতে মই যেন ষোড়শী গাভৰুজনী হৈ পৰিছিলোঁ। আনন্দতে শুই থকা পোৱালি কুকুৰটোক কোলাত লৈ এপাক ঘূৰি দিছিলোঁ। কিমান গৌৰৱ কৰিছিলোঁ—এই নীলা ৰঙৰ কপালত উজ্বলি উঠা দুকুটিক লৈ!

কিন্তু, ইমান বছৰে মোৰ গাভৰু জীৱনৰ এই গৌৰৱক বৌৱে বাৰু কিয় অপমান বোধ কৰিলে ? মোৰ কপালত থকা এই ৰেখাৰ বাবেই মই জানো ননদ হ'বৰ লায়ক নহ'লোঁ ? কিয় এই ৰেখাৰ প্ৰতি ইমান ঘিণ ? কাৰ কপালতনো দুখ নাই ? মোৰ মাৰ আছে, খুড়ীৰ আছে, মাহীৰ আছে আৰু আবু আইৰো আছিল। তেনে হ'লে মই কিহতনো ভুল কৰিলোঁ ? ডিফুলৈ নাহি ঘৰতে থকা হলেও মনোবেদনা নাপালোহেঁতেন।

ককাইদেউৰনো দোষ কি ? ককাইদেৱে মাজে সময়ে ঘৰলৈ আহি দুখ কৰি কয়হি নিজে পঢ়া-শুনা কৰিও মোক পঢ়াব নোৱাৰা কথা। বিয়া-বাৰু কৰাই ডিফুতে থাকে যদিও ককাইদেৱে কেতিয়াবা ঘৰলৈ আহি ঘৰৰ খবৰ লৈ যায়হি। এদিন পাক এটা মাৰোঁতে মোক ডিফুলৈকে লৈ গ'লহি,—ঘৰত এনেয়ে বহি থকাতকৈ উইভিং চেণ্টাৰতে কাপোৰ বোবলৈ শিকক বুলি। ককাইদেৱে বুজাইছিল,—আজৰি সময়ত ঘৰখনৰ ইটো সিটো কামত সহায় কৰাৰ লগতে বৌৰো লগ-সঙ্গ এজনী হ'ব। প্ৰশিক্ষণ লোৱা ছোৱালীবোৰক চৰকাৰেও মাহে মাহে জলপানী দিয়ে। সেয়াও কম সুবিধানে ?

ককাইদেউৰ কথাবোৰ শুনি মই ভালেই পালোঁ। ঘৰৰ তাঁত-শালতকৈ চহৰত থাকি নতুন তাঁত-শাল শিকিবলৈ পোৱাটো জানো কম ভাগ্যৰ কথা। এবুকু আশা লৈয়েই বৌহঁতৰ লগত ডিফুত আছিলোঁহি।

প্ৰথম কেইদিনমান বেছ সুখতেই আছিলোঁ। বৌৱেও মোক আদৰ-সাদৰ নকৰাকৈ থকা নাছিল। নানা ৰঙৰ ফুলেৰে ভৰি থকা ফুলনি বাৰীখনেৰে ককাইদেউহঁতৰ পকী ঘৰটোত থাকি মই একো আমনিকে পোৱা নাছিলোঁ। উইভিং চেণ্টাৰলৈ যাওঁতে, দল বান্ধি স্কুল-কলেজলৈ যোৱা ছোৱালীবোৰক দেখিলে মোৰ যে

কিমান ভাল লাগে! মোক নিজকে স্কুল-কলেজলৈ যোৱা হেন লাগে। এৰা, ৰেলে, বাছে, মটৰে. অ'টোৰে ব্যস্ত হৈ থকা ডিফু চহৰখন দিনক দিনে মোৰ আপোন হৈ উঠিছিল।

কিন্তু দিন যায় মানে বৌৰ আচৰণবোৰ মোৰ ভাল নলগা হৈছিল। বৌজনীৰ ভিতৰৰ আচল মানুহজনীৰ পৰিচয় ক্ৰমান্বয়ে পোহৰলৈ আহিবলৈ ধৰিলে। মই থকাটো বৌৰ বাবে যেন এটা ডাঙৰ বোজাহে, এনে ভাব প্ৰকাশ কৰিবলৈ ধৰিলে। অকল বোজাই নহয়, বৌৰ কাৰণে আত্মসম্মানত আঘাত দিয়াৰ মূল কাৰণ স্বৰূপ হৈ পৰিছিলোঁ। মই কৰা চাহ ভাল নহয়, আঞ্জাত আজি ইটো নাই, কালি সিটো নাই আদি ওজৰ আপত্তি ককাইদেউক মাজে মাজে শুনাবলৈ ধৰিলে। মোৰ প্ৰতি দেখিব নোৱাৰা স্বভাৱটো লাহে লাহে বেছি হৈ আহিব ধৰিলে। 'চাং-ঘৰ সৰাদি পকীঘৰ সাৰিলে হয় নেকি?' বুলি মোৰ হাতৰ পৰা ফুলজাৰুটো কাঢ়ি নি আলহীৰ আগত মোক লাজ দিবলৈকো বেয়া নোপোৱা হ'ল। বৌৰ বন্ধু-বান্ধৱী আহিলে 'মোৰ ননদ' বুলি পৰিচয় কৰাই দিয়াটো বাদেই, মোক আঁতৰাই থবলৈহে যত্ন কৰা হ'ল।

মোৰ প্ৰতি প্ৰদৰ্শন কৰা আচৰণবোৰ দেখি ময়ো কিছু বিদ্ৰোহী হৈ উঠিছিলোঁ। তথাপিও মোৰ মনটোক সংযত কৰি চলিছিলোঁ। বিশেষকৈ ককাইদেউৰ কথাটোলৈ ভাবি মোৰ উঠি অহা খং দমাই থৈছিলোঁ। এই কথাবোৰ ককাইদেউৰ কাণত পেলোৱা মানেই ককাইদেউৰ সংসাৰখনলৈ অশান্তি নমাই অনা। মোৰ দৃষ্টিত বৌজনী যেনেকুৱাই নহওক, ককাইদেউৰ দৃষ্টিত যেন সদায় এগৰাকী সুখৰ লগৰী হৈয়েই থাকক। সেইটোকে কামনা কৰি সকলোবোৰ মানসিক যন্ত্ৰণাক ঢাকি ৰাখিছিলোঁ। আনকি আজিও কাকো ঘূণাক্ষৰেও বৌৰ কথা লগোৱা নাই,

জানিবলৈকো দিয়া নাই। সকলো কষ্ট নীৰৱে সহি ট্ৰেইনিঙৰ কাম শেষ কৰিম বুলি ভাবিছিলোঁ।

কিন্তু, এদিন ডিফু এৰি গুচি আহিবলৈ মই বাধ্য হৈছিলোঁ। মোৰ প্ৰতি দেখিব নোৱাৰা স্বভাৱটো বৌৰ মনত ইমান জঘন্য ৰূপত দেখা দিব পাৰে বুলি মই কল্পনাকে কৰিব পৰা নাছিলোঁ।

সেই দিনাখন ককাইদেউ নাছিল। কিবা কন্‌ট্ৰেক্টৰৰ কাম লৈ ডিমাপুৰলৈ গৈছিল। উইভিং চেণ্টাৰৰ পৰা আহিয়েই ঘৰ সৰাত লাগিছিলোঁহি। ফুলজাৰুটো কাষলতিত লৈ ড্ৰেছিং আইনাৰ টেবুলখনৰ ওপৰত পৰি থকা চুলিৰ দ'মবোৰ বুটলি আছিলোঁ। বৌ ওলাই গ'ল বুলিয়েই মোৰ ধাৰণা হৈছিল। বাথৰুমৰ পৰা খৰখৰকৈ ওলাই আহিয়েই আইনাৰ সন্মুখত মোক দেখি বৌৰ দেখিব নোৱাৰা স্বভাৱটো হঠাতে সাৰ পাই উঠিছিল আৰু খঙত একো নাই হৈ 'ড্ৰেছিং আইনাত তোৰ মুখখন চাই থাকিলেই হ'বনে? ট্ৰেইনিং লোৱা পইছা আছে নহয়, তাৰেই আইনা এখন কিনি ল'বি বুজিছ। তোৰ দং-দিয়া মুখখন চাই মোৰ ড্ৰেছিং আইনাখন চুৰা নকৰিবি' বুলি কথা শুনাই উচাৎ মাৰি ভনীয়েক-হঁতৰ লগত চিনেমা চাবলৈ গুচি গৈছিল।

বৌৰ মুখৰ পৰা এনে কথা শুনি লাজ আৰু অপমানত স্বৰগ পৰা মানুহৰ দৰে জঠৰ হৈ পৰিছিলোঁ। আইনাখনত ভাহি উঠা মোৰ নিজৰ প্ৰতিবিম্বলৈকে এবাৰ চাবলৈ মোৰ বুকুখন কঁপি উঠিছিল। ভয় আৰু আতংকত মোৰ ভৰি দুখনে যেন খোপনি হেৰুৱাবৰ উপক্ৰম হৈছিল। ঘৰ সৰা এৰি দি নিজৰ বিছনাখনতে উবুৰি খাই পাৰোমানে কান্দিছিলোঁ। সৰুতে এৰি যোৱা দেউতালৈ মনত পেলাই হেঁপাহ পলুৱাই সেই নিশা কান্দিছিলোঁ। মনতে থিৰাং কৰিছিলোঁ ঘৰলৈকে গুচি অহাৰ।

পিচদিনা পুৱাৰ বাছখনত ঘৰলৈকে গুচি আহিছিলোঁ—

জীয়াই থাকো মানে বৌৰ মুখখন নাচাওঁ বুলি। ককাইদেৱে খবৰ লৈছিলহি। শিকিবৰ ইচ্ছা নাই বুলি কৈ মাৰ লগত ঘৰতে দিনবোৰ কটাবলৈ ধৰিলোঁ।

সেয়া আজি দুবছৰ আগৰ ঘটনা। তেতিয়াৰ পৰাই ডিফুলৈ মই মুখকে কৰা নাই।···

কথাবোৰ মনত পেলাই ভাবি ভাবি আহি থাকোঁতে বিৰলা ফেক্টৰী দেখি কাজিৰৰ চিন্তাৰ আঁত হেৰাই গ'ল। তাই মুখখন মচি বাটৰ দুয়োফালে চাই ভাবিলে, এই দুবছৰতে ডিফুত ইমানবোৰ সলনি হ'লনে?

'আই, অ' আই! উঠ। ডিফু পালোঁহিয়েই। ইছ্ আইৰো যে টোপনি পাই!'

গাড়ীখন ককায়েকহঁতৰ ঘৰৰ সন্মুখত ৰ'লহি। ফুলনি বাৰীখন আগতকৈ জয় পৰি যোৱা হেন পালে কাজিৰৰ। গাড়ীৰ শব্দ শুনি ভিতৰৰ পৰা ককায়েক ওলাই আহিল। বাহিৰলৈ ওলাই অহা ককায়েকৰ মুখলৈকে কাজিৰে চালে।

ক'তা, ককায়েকৰ মুখতচোন কোনো উদ্বিগ্নতাৰ চিন নাই! তেনেহ'লে বৌৰ অসুখ মিছা নেকি? চলাহি কৰি মোক অনাৰ মতলব নেকি?—কথাখিনি ভাবি ভাবি গাড়ীৰ পৰা কাজিৰো নামি গ'ল। মাককলৈ ককায়েক ভিতৰলৈকে সোমাই গ'ল।

কাজিৰক সোমাই নহা দেখি ভিতৰৰ পৰাই মাকে মাতিলে,— 'কাজিৰ, এয়া চাহিচোন। সাইলাখ তোৰ মুখখনৰ দৰেই।'

তেনেহ'লে বৌহঁতৰ ছোৱালী হৈছে! ড্ৰাইভাৰটোও আচৰিত, একো কথাকে নক'লে।—কাজিৰে ড্ৰাইভাৰটোলৈ চাই ভাবিলে।

কাজিৰে আৰু ৰ'ব নোৱাৰিলে। একে কোবেই ভিতৰ সোমালগৈ। মাকৰ কোলাৰ পৰা কেঁচুৱাটিক ধৰিবলৈ হাত

মেলোতেই বৌৱেকক দেখি তাইৰ হাত দুখন কোঁচ খাই গ'ল। হতবাক হৈ তাই বৌৱেকৰ মুখলৈকে চাই ৰ'ল। ঘৈণীয়েক আৰু ভণীয়েকৰ কিছু অস্বাভাৱিক মুখ দুখনলৈ ককায়েক লাংটুকে চাই থাকিল।

'কাজিৰ, তাইক ল'চোন!'

বৌৱেকৰ মাত শুনি কাজিৰে যেন সম্বিৎ ঘূৰাই পালে। বৌৱেকৰ মুখৰ পৰা এনে মাত তাইতো কাহানিও শুনা নাছিল!

কাজিৰৰ চকু দুটা হঠাতে চল্‌চলীয়া হৈ পৰিল। কঁপি উঠা হাত দুখনেৰে তাই কেঁচুৱাটিক লৈ আবেগত ভাগি পৰা হেন হ'ল। বাধা নামানি বৈ অহা চকুপানীৰে তাই চিঞৰি উঠিল,—'আইয়ো সোণজনী! ইম্মান ধুনীয়া। এইক মানাই বুলি মাতিবা বৌ, মানাই বুলি। কিমান যে ভাল লাগিব নহয় মা?'

কাজিৰৰ আনন্দত বৌৱেকেও ৰ'ব নোৱাৰি স্নেহাশ্রু বোৱাই দিলে—দুচকুৰে। ননদৰ প্ৰতি ব্যৱহাৰ কৰা ঘটনাই বৌৱেকক আৰু বেছি বেদনাহত কৰি পেলালে।

নাৰী প্ৰাণৰ মিলন অশ্রু দেখি ককায়েক লাংটুকৰ চকু দুটাও সেমেকি পৰিল—অজানিতে। □

## হেড পিয়ন

ছাৰ্‌ছ' তেৰন।

কাৰ্বি আংলং ডিষ্ট্ৰিক্ট্‌ কাউন্সিল অফিচৰ আটাইতকৈ জ্যেষ্ঠ পিয়ন। আটিল শৰীৰেৰে কিছু দীঘল মুখৰ মানুহজন। পিন্ধনত খাকী হাফ্‌পেণ্ট্‌ আৰু হাফ্‌ চাৰ্ট। ক'কালত আধা কেজি ওজনৰ বহল এচটা পিতলৰ মোহৰ থকা বেল্ট। ভৰিত ৰঙচুৱা কাপোৰৰ জোতা। মোজা যোৰ পুৰণি। ভৰিৰ কলা ফুলত কোনো পধ্যেই নৰয়, তললৈ খহি খহি পৰে। মূৰৰ চুলিখিনি মাৰ্জিত। বয়সে মানুহজনৰ চুলিখিনিক স্পৰ্শ কৰিব পৰা নাই। বহল ফুটাৰ কাণ দুখনে বহুতো কথাই ক'ব বিচাৰে। ডেকাকালত সম্ভৱ বাঁহৰ চুঙাই তাৰ কাণ দুখনত সৌন্দৰ্য বঢ়াইছিল। চ'মাংকানৰ ঢোল বজাওঁতে কাণ দুখনেও ছেও ধৰিছিল আৰু জিৰ-কেদামৰ সময়ত 'মিৰ-ফেএ'ৰ পাতেৰে সুবাস বিলাইছিল। পিয়নৰ চাকৰি কৰিবৰে পৰা সি সেইবোৰ নিপিন্ধা হ'ল, ঢোল-পেঁপা-গগণাও নবজোৱা হ'ল।

এৰা, ছাৰ্ছ'ৰ বাবে পিয়নৰ চাকৰিটো এক অদ্ভুত সংযোজন। আনকি, লাংৰ'কু গাৰ'ৰ তেৰন কুলৰ ইতিহাসতো ই এটা ভাবিব নোৱাৰা ঘটনা। গাওঁখনৰ বুঢ়াসকলে জুহালৰ কাষত বহি মদৰ বাতি আগত লৈ আলোচনা কৰিছিল,—সেয়া সিহঁতৰ পূৰ্ব পুৰুষসকলে কৰি অহা ত্যাগ আৰু সাধনাৰ ফলশ্ৰুতিহে। ছাৰ্ছ'কলৈ গাওঁখনে অঞ্চলটোৰে গৌৰৱ বোধ কৰে। 'ক' আখৰ লিখিব নজনা ছাৰ্ছ'ই ডিফু চহৰত পিয়নৰ চাকৰি কৰাটো কম দুঃসাহসৰ কামনে? ছাৰ্ছ'ৰ দেউতাকে তাৰ মঙ্গল কামনা কৰি ডাঙৰ চাই এটা ডাক দিয়া ৰঙা কুকুৰা হেম্ফু দেৱতাৰ নামত উছৰ্গা কৰি ৰাহী চোৱাইছিল। কুকুৰাৰ ঠেং, মূৰ আৰু পেটৰ নাড়ী-ভুৰু আদি চাই বাপেকে সন্তুষ্ট হৈছিল—পুতেকৰ উজ্জ্বল ভৱিষ্যতৰ সংকেত চিনবোৰ দেখি। ঠিকেই, ছাৰ্ছ' তেৰনে কামৰ মাজেদি নিজৰ নাম দেখুৱাবও পাৰিছিল। পিয়নৰ দায়িত্ব গ্ৰহণ কৰা দিনৰে পৰা কাউন্সিলখনক সি নিজৰ কৰি লৈছে। কাউন্সিলখন কাৰবিসকলৰ পৱিত্ৰ স্থান স্বৰূপ বুলি সি সদায় ভাবি আহিছে। ইমান বছৰে চেয়াৰমেনৰ আসনখন শুৱনি কৰি ৰখা পৱিত্ৰ হাতী দাঁত দুটা নেদেখি সি উচপ্ খাই উঠিছিল আৰু চুৰি হোৱা বুলি জানি সি কান্দি পেলাইছিল। নিজ হাতেৰে পৰিষ্কাৰ কৰি থকা হাতী দাঁত দুটাক যে সি কিমান ভক্তিৰে চাই আহিছিল! লগৰ পিয়ন-চকিদাৰৰ লগত বহি আজিও সি দুখ কৰি কয়, 'কাৰবি আংলঙৰ কাৰণে সেয়া মচিব নোৱাৰা ক'লা ডাগ। আমাৰ জিলাখনৰ বাবে সেয়া অমংগলৰ চিন দেই।' চাকৰিক চাকৰি বুলি নলৈ, দেশ সেৱাৰ দুৰ্বাৰ প্ৰেৰণাৰে কাম কৰা ছাৰ্ছ'ৰ বাবে সেয়া এক গভীৰ প্ৰত্যাহ্বান স্বৰূপ। আজিকো পতি চৰকাৰে হাতী দাঁত দুটাৰ শুং-সূত্ৰ উলিয়াব নোৱাৰা দেখি সি ক্ষুব্ধ হৈ উঠে,—কেতিয়াবা।

ছাৰ্‌ছ' তেৰনৰ চাকৰি জীৱনত হাতী দাঁত হেৰোৱাটো যিদৰে অভাৱনীয় ঘটনা, সেইদৰে সি প্ৰমোচন পোৱাটোও এক অবিশ্বাস্য ঘটনা। এনে অপ্ৰত্যাশিত আনন্দৰ বাবে সি আজি নিজকে সাজু কৰিব পৰা নাছিল। প্ৰমোচনৰ কাগজখিলা বৰ সাদৰেৰে গ্ৰহণ কৰি সি ওলাই আহিছিল—চি-ই-এমৰ কোঠাৰ পৰা। তেতিয়া চাৰে চাৰিটা বাজি গৈছিল।

ক্ৰমান্বয়ে জনশূন্য হৈ পৰা কাউন্সিল-বিল্ডিঙৰ পৰা কাম্ধত বজাৰ কৰা মোনাটো লৈ ছাৰ্‌ছ' তেৰনো ওলাই আহিল। প্ৰমোচনৰ খবৰটো সি কাকো নজনালে। খৰাছিং তেৰাং পাৰ্কথনৰ মূকলি ঠাইত ঠিয় দি শঙ্খ মাৰ্কা বিড়ি এডাল জ্বলাই ললে। বিড়িডাল হুপি হুপি নীলা হৈ উজ্বলি উঠা দূৰৰ পাহাৰবোৰলৈ চাই সি ভাবিলে,—এই খবৰটো আজি ঘৈণীয়েকক কিদৰে দিবগৈ ? জেপত থকা টকা পাঁচটাৰে মাছ-মাংসকেই ল'ব, নে শাক-পাচলিৰ বজাৰকে কৰিব ? জেপত ভৰাই থোৱা পাঁচটকীয়া নোটখন আছে নে নাই চাবলৈ বুলি উলিয়াই আনোতে, প্ৰমোচনৰ অৰ্ডাৰ কাকতখনো ওলাই আহিল। নোটখিলা ভৰাই কাগজখন এবাৰ মেলি চালে। টাইপ কৰা এখিলা বগা কাগজ। এ-বি-ছি, একোকে নজনা ছাৰ্‌ছ'ই পঢ়িব নোৱাৰি জেপত লাহেকৈ ভৰাই থলে,—কাগজ খিলা।

কাউন্সিলৰ টিলাটোৰ পৰা নামি অহা পথডোখৰ তেতিয়া তেনেই নিজান হ'ল। পথটিৰে আহি থাকোঁতে তাৰ ড্ৰেছ যোৱাৰ বিষয়ে চিন্তা কৰিলে : হেড্ পিয়ন হোৱাৰ পিচত এতিয়া এই ঘূগুলা পৰা খাকী পোছাক যোৱেৰেতো ন'হব ? তলি ডোখৰ ক্ষয় যাব নোৱাৰা জোতা এযোৰৰ লগতে নতুন মোজা এযোৰো ল'ব লাগিব। লগৰবোৰে আজি নাজানিলেও কালিলৈতো নিশ্চয় জানিব—প্ৰমোচন পোৱা বুলি। এই পোছাক যোৰেৰে কাউন্সিললৈ

আহি থাকিলে লগৰবোৰে কি ভাবিব ? এৰা, পৃথিৱীত মানুহ বোলাই থাকিবলৈকো বহুতো বস্তুৰ প্ৰয়োজন দেখোন !

বহুতো কথাই আজি তাৰ মনক দোলা দি যাব ধৰিলে। এখাং কচু আৰু মিহিকৈ কুটি টেঙা কৰা বাঁহ-গাজৰ চুঙাবে এমোনা খৰছিং মেম্বৰৰ ঘৰলৈ নহা হ'লে,তাৰ জীৱনৰ এই উত্তৰণ নঘটিলহেঁতেন। খৰছিং তেৰাঙৰ কথা মনলৈ আহিলে আজিও সেই বজ্ৰনিনাদ ধমক্‌টোৰ কথা মনত পৰে। টোলখনতে বহি তাৰ গাওঁখনৰ কথা ভাবি থাকোঁতে, ক'লিং বেলৰ শব্দ সি শুনা নাছিল। হঠাতে কাউন্সিল্ অফিচ কঁপি ষোৱাকৈ সেই ধমকত সি থত্‌মত্ খাই উঠিছিল আৰু সেই থুলন্তৰ মানুহজনৰ আগত বেঙে মুতা গৰুটোৰ দৰে সি কঁপি আছিল। সেই দিনাখনৰ পৰা সি অৱশ্যে কৰ্ত্তব্যব প্ৰতি সচেতন হ'ল।

কাগজখিলা লওঁতে আজি তাৰ মনত পৰিছিল কাউন্সিলৰ চেক্ৰেটাৰীজনৰ কথা। চেক্ৰেটাৰীজনৰ ভেম্ নাছিল। মৰমীয়াল আৰু ধেমেলীয়া স্বভাৱৰ আছিল। এদিনাখন ফাইল্ এখন দিবলৈ যাওঁতে তাক সুধিছিল—তাৰ গাওঁখনৰ নামটোৰ অৰ্থ। সি শব্দটোৰ অৰ্থ ভাঙি গৈছিল,—'লাং',-মানে পানী, ৰ',—মানে কুকুৰা চৰাই, 'কু',—মানে ডাক দিয়া। চেক্ৰেটাৰীজনে নোট্ বহীত টুকি লৈছিল আৰু হাঁহি হাঁহি তাক অসমীয়াৰ অৰ্থটো কৈছিল,—'কুকুৰা-ডকা জুৰি' বুলি। নোট্ বহী জপাই তাক কৈছিল,—'ছাৰ্‌ছ', তোমালোকৰ ভাষাত কবিতা আছে। ভালদৰে কাম কৰিবা। তোমাক প্ৰমোচন দিহে মই ডিফু এৰিম, বুজিছা। কাৰবি ভাষাটো মোক শিকাব লাগিব কিন্তু।'

এৰা, আজি সেই চেক্ৰেটাৰীজন ক'ত বা আছে গৈ! নুমাই ষোৱা হাতৰ বিড়ি টুকুৰা পেলাই বজাৰ পালেগৈ। বাটৰ দুয়ো কাষৰ দোকানবোৰত তৌতিয়া লাইট্ এটি দুটিকৈ জ্বলি উঠিছিল।

এখন দুখনকৈ দোকানবোৰ অতিক্ৰম কৰি এপ'ল' টেইলৰ্ছৰ কাষ চাপোঁতে সি ভাবিলে,—খাকী ড্ৰেছবোৰ এতিয়াই অৰ্ডাৰ দি যাওঁ নেকি ? টকা অলপ বেছি পৰিলেও লগৰবোৰক ক'ব পাৰিম এপ'ল'ত চিলাইছোঁ বুলি ।

দোকানখনত বেছ ভিৰ । ভিৰৰ মাজতে সিও সোমাই গ'ল । তালৈ পিঠি দি থকা প্ৰিন্সিপাল্ চেক্ৰেটাৰী বৰুৱা বাবুক সি দেখা নাছিল । মুখখন ঘুৰাই দিওঁতে, তাৰ বৰুৱা চাৰক দেখি সি থতমত্ খালে আৰু 'কাৰ্দম্ চাৰ' বুলি কৈ দোকানখনৰ পৰা খৰ্খৰকৈ সি বাহিৰলৈ ওলাই আহিল। তাৰ বৰুৱা চাৰৰ উত্তৰলৈ সি বাট নাচালে । পদশ্ৰী হাউছত জোতা চাই যোৱাৰ মানসিকতাকো সি হেৰুৱাই পেলালে—লাজত । আনকি, বজাৰৰ পৰা শুকান মাছ কিনি আনিবলৈ ঘৈণীয়েকে বাৰে বাৰে কৈ পঠিয়াইছিল যদিও সি বজাৰৰ ফালে মুখকে নকৰিলে । জয়া হোটেলৰ দাঁতিয়েদি নামি, ডিফু নৈৰ কাষে কাষে লুংলুঙীয়া বাটটোৰে সি ঘৰলৈ বুলি খোজ ললে ।

'ইছ্ ! ইমান কেইজন মানুহৰ আগত হাফ্‌পেণ্ট এখনৰ অৰ্ডাৰ দিবলৈ কিয় সোমাইছিলোঁ ? ইফালে হাতত পইছাও নাই । বৰুৱা চাৰো যে থাকিব, ভাবিবই পৰা নাছিলোঁ । এপ'ল'তকৈ ৰূপম বা সাজ-ঘৰতেই ৰেডী মেড্ হাফ্ পেণ্ট্ এখন বাকী কৰি নিব পাৰিলোঁহেঁতেন । ছেঃ, সাধাৰণ খাকী হাফ্ পেণ্টৰ কাৰণে এপ'ল'ত !'—নিজৰ অৱস্থাৰ কথা ভাবি ছাৰ্ছ'ই বাৰুকৈয়ে লাজ অনুভৱ কৰিছিল ।

এৰা, ছাৰ্ছ' আজি খোজ কাঢ়ি আহি থকা বাটটোৰ দৰেই বাস্তৱ অৰ্থত অলাগতীয়াল, বিশেষকৈ ঘৈণীয়েকৰ দৃষ্টিত । চকুৰ আগতে ধনছিঙে যদি পিয়নৰ পৰা ফৰেষ্ট্-গাৰ্ড হ'ব পাৰে,

একেলগে কাম কৰা পিয়নবোৰে যদি মাটিয়ে ঘৰে চি-ই-এমৰ দৰে থাকিব পাৰে, সিনো নোৱাৰাৰ কাৰণ কি ?

ঠিকেই, ঘৈণীয়েকৰ এই কথাবোৰৰ যুক্তি নথকাও নহয়। সি নিজেও কেতিয়াবা ভাবি আচৰিত হয়, তাৰ লগৰবোৰৰ সুচল অৱস্থা দেখি। লাগ বুলিলে এশটকীয়া নোট জেপৰ পৰা সিহঁতে উলিয়াই দিব পাৰে। কিন্তু, সি নোৱাৰে কিয় ? আজিৰ দৰে এনে আনন্দৰ মুহূৰ্তটো তাৰ হাতত টকা পাঁচটাৰ বাহিৰে একো নাই। তাকো ঘৈণীয়েকে দিছিল বাবেহে,– ঘূৰি আহোঁতে শুকান মাছ কিনি আনিবলৈ।

নৈৰ ভাঁজে ভাঁজে গৈ থকা বাটটোৰে সি ঘৰ ওলালগৈ। খালি মোনাটো বাৰাণ্ডা-খুটাৰ গজালত ওলমাই থলে। পাক ঘৰত ঘৈণীয়েকে বলকি থকা শুনি সি মাত নিদিলে। বেৰৰ কাষৰ মোড়াটো আনি কঁকালৰ বেল্ট্‌চটা লাহেকৈ খুলি বহি ললে। মোড়াত বহি জোতাৰ ফিটা খুলি খুলি ঘৈণীয়েকৰ কথাবোৰ সি শুনি যাব ধৰিলে—

'আঠ দহজনকৈ খোৱা মানুহ। আলহী আছেই। আনৰ দৰে খেতিৰ মাটিয়েই আছে নে ধানৰ ভঁৰালেই আছে। আজি বোলে বন্দুক কিনা, কালিলৈ বোলে ঠিকা বিচাৰি চি.এম.ৰ ওচৰলৈ অহা, পৰহি বোলে চিনেমা চোৱা। কিমান ধৰণৰ যে আলহী! ঘৰটোও বিহে, পাটোকে ঘূৰাব নোৱাৰি। মোৰ কঁপাল, গাঁৱত থকাই ভাল আছিল। বাপেকটোও সেয়াহে। বাতি হোৱা নেদেখাই হ'ল। দিনৰ দিনটো আলহীকে সুধিম নে চাউলৰ চিন্তাকে কৰিম ? দেশৰ মানুহবোৰে ঘৰ সোমালহি, আমাৰ জনেহে বাতিলৈকে চাকৰি কৰে। কি দেশত নোহোৱা কথা ঐ !……'

'বোলো শুনিছা, লেম্‌টো দিয়া। মিছাকৈয়ে বলকি বাটৰ মানুহক শুনাব নালাগে। আলহী আহিবই। ছাৰ্‌ছ'ৰ ঘৰত

মানুহ নাহি কিবা দেও-পিশাচ আহিবনে ? চাকৰিটো নথকা হ'লে, ইমান দিনে লুম্‌বাজওৰ আলু খান্দি ৰক্ষা নাপালাহেঁতেন।'

'থওক, থওক। লুম্‌বাজওৰ বদনাম গাব নালাগে। সঁচা কথাটো ক'লে জগৰহে লাগে।'—অভিমানৰ সুৰেৰে কথাখিনি কৈ কৈ লেম লৈ ঘৈণীয়েক ওলাই আহিল।

'লেম্‌টোও অলপ চাফা কৰিব নোৱাৰানে ? সদায় একেদৰে চলিলে কেনেকৈ হ'ব বাৰু ?'—চিম্‌নীটোৰ অৱস্থা দেখি সি বিৰক্তি প্ৰকাশ কৰিলে।

'একেদৰে নচলি আৰু কেনেদৰে চলিব লাগে। টকাই আছে নে চাকৰেই আছে ? হাত দুখনেৰে আৰু কিমান কৰিম ?'

কাছাং কাজিৰহঁত ক'লৈ গ'ল ?'

'ক'লৈ যাব ? হা-ঈ মু চলিছো হেনো। চিনেমা চাবলৈ গ'ল।'

—কথাখিনি কৈ ঘৈণীয়েকে ফটাকানি বিচাৰি পাক ঘৰলৈকে সোমাই গ'ল। ছাৰ্‌ছ'ই একো মাত নামাতি মুখ-হাত ধুবলৈ ওলাই গ'ল।

লেমৰ চিম্‌নী মচি মচি খুটাত ওলমি থকা খালি মোনাটোলৈ লক্ষ্য কৰিলে। মুখ-হাত ধুই থকা গিৰিয়েকক শুনাকৈ তাই ক'লে,—'বজাৰৰ পৰা একোকে নানিলে হ'বলা। মাছ দুটামান দিম বুলি ঢেঙা আঞ্জা বহাই থৈছোঁ, এতিয়া খা বাপেকে। টকা পাঁচটাও মহলত দি আহিল চাগৈ।'

'যিহকে মন যায় তাকে বলকি নাথাকিবাচোন। টকা পাঁচটা মই মহলত ফুলি খাই আহিবলৈ কিহৰ প্ৰয়োজন। ইচ্ছা কৰিয়েই বজাৰ নকৰিলোঁ।'

মোড়াত বহি বহি মুখ-হাত মচি মচি ঘৈণীয়েকক বুজালে,—'জানা কাছাঙৰ মা, টকাটো খৰচ নকৰিলোঁ। অফিচৰ পৰা

আহোঁতে ভাবিছিলোঁ, বজাৰৰ পৰা খাহী মাংস এক কেজিমান আনি ভালদৰে খাম বুলি। পিচে—'

'পিচে নানিলানো কেলেই? খাহী মাংস খাবলৈ টকা হ'বলা আছে?'

'কথা সেইখিনিতেই। হেৰা, চাহ আছে যদি দিয়াচোন, বৰ ভাগৰ লাগি আহিছে।'

লেমৰ ফিটা ঠিক কৰি ঘৈণীয়েক সোমাই গ'ল— চাহ কৰিবলৈ। ছাৰ্‌ছ'ই পাটী-চাৰি এখন পাৰি লৈ অলপ সময় দীঘল দিলে। বিড়ি এডাল জ্বলাই ভাবিবলৈ ধৰিলে,—'ইমান বছৰৰ মূৰত তাৰ প্ৰমোচনটো হ'ল। সেইটোও কম সকাহ নে? দুটা পইছা আগতকৈ বেছি পাম। এৰা, হেম্‌ফু দেৱতাই অন্ততঃ চকু মেলি চাইছে, পলমকৈ হ'লেও। অহা কালিলৈ হেম্‌ফু পূজাকে কৰিব লাগিব। জোনটোও ডাঙৰ হৈ আহিল যেতিয়া। ঘৰৰ কুকুৰাটোও ডাক দিয়া এ সপ্তাহ হ'ল'......

'লওক। দোকানৰ পৰা কুকিছ দুটামানো নানিলে হ'বলা।' —চাহ একাপ গিৰিয়েকলৈ আগ বঢ়াই ক'লে।

শুই থকাৰ পৰা উঠি ছাৰ্‌ছ'ই ফিকা চাহ-কাপত এশোহা দি ঘৈণীয়েকক সুধিলে,—

'হেৰা, কুকুৰাটো আছেনে?'

'অঁ। কিয়?'

'পূজা কৰিম বুলি ভাবিছোঁ, কালিলৈ।'

'পূজা! কিহৰ পূজা?'

'হেম্‌ফু দেৱতাৰ। জোনটো থাকোঁতেই কৰোঁ বুলি ভাবিছোঁ।'

'আগ নাই, গুৰি নাই, কিহৰ হেম্‌ফু পূজা? ঘৰতো

মদ-পানীৰ যোগাৰ নাই। পূজা বলিলে দুই এজন মানুহো নহাকৈ থাকিব জানো? পিচে কথা এটা নহয়?'

'কি?'—চাহৰ কাপ মাটিত থৈ সি প্ৰশ্ন কৰিলে।

'কুকুৰাটো মৌজাদাৰ ককাইদেৱে লৈ গ'ল। ৰাখী চোৱাবলৈ লাগে হেনো। আপোনালৈ লাও পানী এবটল দি গৈছে। এতিয়াই খাব জানো?'— ঘৈণীয়েকে সুধিলে।

'আনা।'—জ্বলি থকা লেমৰ শিখালৈ চাই ছাৰ্‌ছ'ই ক'লে।

ঘৈণীয়েকে আনি দিয়া লাওপানী বাতিত বাকি কেই ঢোকমান খাই ছাৰ্‌ছ'ই জেপৰ পৰা কাগজখিলা উলিয়াই ঘৈণীয়েকৰ হাতত দিলে। লেমৰ ওচৰলৈ নি কাগজখিলা ঘৈণীয়েকে চাই থকা দেখি, ছাৰ্‌ছ'ই হাঁহি মাৰি ক'লে—'ইমানকৈ যে চাইছা, পঢ়িব জানা জানো? তোমাৰ চিন্দুকৰ ভিতৰত ভালদৰে থৈ দিয়াগৈ।'

ঘৈণীয়েকে একো বুজিব নোৱাৰি অবাক হৈ গিৰিয়েকৰ ফালে চাই ৰ'ল। ঘৈণীয়েকৰ বিস্ময়ভৰা চকু দুটালৈ তাৰ হঠাতে মৰম উপজিল। উন্মিলিত সেই চকু-যোৰত যে কি মাদকতা আছে সি আজিও ভাবি উলিয়াব পৰা নাই। জীছ'ৰ আগত কাগজখিলা বান্ধি থাকোঁতে ছাৰ্‌ছ'ই ক'লে,—'কাছাভৰ মা, কুকুৰাটো দি ভালেই কৰিলা। খৰ্বাছিং মেম্বৰ আজি থকা হ'লে। কিমান আদৰ কৰি মোক চাকৰিটো দিছিল, জানা? তেখেতৰ পুনৰ জন্মত কুকুৰাটো দিবলৈ পোৱাত, আমাৰ জীৱন ধন্য হ'ল দিয়া। আজিৰ পৰা মই হেড্ পিয়ন। তাৰেই কাগজ এইখন।'

মুখত এমোকোৰা হাঁহিৰে ঘৈণীয়েকে কাগজখিলা জীছ'ৰ আগলিত টানকৈ বান্ধি ললে। □

## প্ৰীতম

প্ৰীতমৰ জীৱন-বন্তি নুমাই গ'ল।

এটোপ এটোপকৈ সৰি থকা ছেলাইনৰ টোপালবোৰ এটা সময়ত স্থিৰ হৈ গ'ল। অক্সিজেন্ দিয়াৰ প্ৰয়োজন আৰু নহ'ল। মোৰ জ্ঞান-বুদ্ধিক সম্পূৰ্ণৰূপে পৰাভূত কৰি মৃত্যুয়ে নিজৰ বিজয় গৌৰৱ ঘোষণা কৰিলে—নীৰৱে। মানুহ কিমান নিঃসহায় আৰু দুৰ্বল, এই সত্যক যেন আকৌ এবাৰ মোক সকীয়াই দি গ'ল।

এৰা। মই সঁচাকৈয়ে হাৰ মানিবলৈ বাধ্য হ'লোঁ। সকলো চেষ্টাকে মুহূৰ্ততে ব্যৰ্থ কৰি দিলে—মৃত্যুৱে। ৰুমালখনেৰে মুখৰ ঘামবোৰ মচি ললোঁ।

ছিষ্টাৰ দুজনীয়ে কাপোৰ এখনেৰে নিষ্প্ৰাণ দেহটোক ঢাকি দিলে—লাহেকৈ। এটা জীৱনৰ পৰিসমাপ্তি এই দৰেই ঘোষিত হ'ল—নিঃশব্দে। অসহায়ভাৱে চাই ৰ'ল—লগৰ ধন বাহাদুৰ।

অনুচ্চ কণ্ঠেৰে কাষৰ ৰোগীবোৰে আলোচনা কৰিবলৈ ধৰিলে—মানৱ জীৱনৰ অদৃশ্য ভাগ্যলিপিৰ কথা। বেড্-হেড্টোৰ টিকটত কেচটো লেখি থাকোঁতে, বয়সিয়াল ৰোগী এজনে মন্তব্য দিয়া শুনিলোঁ,—'মালিক সে বাড়া কৌন্ হোঁগা ? আদ্মীতো ছৰিফ্ এক্ মুছাফিৰ্ হ্যায়। হ্যায় না ?'

কথাষাৰ যেন মোকেই সুধিছিল ৰোগীজনে! গহীন হৈ পৰা মেডিচিন্ ৱাৰ্ডৰ পৰা ওলাই আহিলোঁ। অন্যমনস্ক হৈ বাৰাণ্ডাৰ বেঞ্চখনতে হস্পিতালৰ নেপালী চকিদাৰজন নীৰৱে বহি আছিল।

আজি মহানৱমী। বছৰৰ পূজা যাবৰ হ'লেই। কিমান প্ৰগ্ৰেম্ আছে চাগৈ চকিদাৰ জনৰো। এৰা, হস্পিতালত চাকৰি কৰিছে বুলিয়েইনো, পূজাৰ আনন্দকো সি অথলে খেদাবনে? তাৰোতো পৰিয়াল আছে, ল'ৰা-ছোৱালী আছে।...

তাৰ কাষ পোৱাত, বেঞ্চখনৰ পৰা সি উঠিল আৰু হাতৰ ছাবি-কোছাত শব্দ তুলি মোৰ মুখলৈ চাব ধৰিলে, জানোচা কিবা নিৰ্দেশ দিওঁৱেই। তাৰ আচৰণত মই বুজি পালোঁ—তাক সোনকালে ছুটি লাগে।

কোনো ইঙ্গিত নিদি চেম্বাৰত সোমালোঁহি। স্টেথ'স্কোপটো টেবুলখনত থৈ বেছিনত হাত দুখন ধুই ললোঁ। টাৱেলখনত হাত দুখন মচি মচি ভাবিলোঁ হস্পিতালৰ চাকৰি, উপায় জানো আছে? পূজাৰ দিন বুলিনো মানুহৰ অসুখ নোহোৱাকৈ থাকিবনে? মানুহ জানো নমৰাকৈ থাকিব? উৎসৱ বা বন্ধৰ দিন বুলি মানুহৰ বেমাৰ-আজাৰ নোহোৱা হ'লে কথাই নাছিল। আজি তাতে ইমাৰ্জেন্সী চাৰ্জ'ত আছোঁ। ইনড'ৰ্ পেছেণ্টৰ দায়িত্ব মোৰ। ৰোগী চিৰিয়াছ্ বুলি খবৰ পোৱাৰ পিচত জানো হস্পিতাললৈ নহাকৈ থাকিব পাৰোঁ?

চকিখনত বহি ড্ৰয়াৰটো লাহেকে টানিলোঁ। চিগাৰেট

পেকেটটো উলিয়াই, তাৰে এডাল জ্বলাই ললোঁ। লাইটাৰ্‌টো অফ্‌ কৰি ক'লিং বেল টিপিলোঁ। চকিদাৰজন সোমাই আহিল আৰু মোৰ নিৰ্দেশৰ বাবে অপেক্ষা কৰিলে।

ঃ চকিদাৰ!

ঃ চাৰ?

ঃ এই ধন বাহাদুৰক মাতিছোঁ বুলি ক'চোন।

ঃ ধন বাহাদুৰ নাই চাৰ। এইমাত্ৰ ওলাই গ'ল।

ঃ ওলাই গ'ল?···বাৰু হ'ব। সি আহিলে মোৰ ওচৰলৈকে তাক পঠিয়াই দিবি, বুজিছ।

ঃ ভাল্লু চাৰ।

চকিদাৰজন আঁতৰি গ'ল। ওলাই যাওঁতে তাৰ বিমৰ্ষ হৈ পৰা মনটোলৈ লক্ষ্য কৰিলোঁ। হস্পিতাল এৰি যে আজি সোনকালে যাব নোৱাৰিব, সেয়া সি নিশ্চিত হ'ল।

চিগাৰেটত টান দি সম্মুখৰ কেলেণ্ডাৰলৈ এনেয়ে এবাৰ চালোঁ। আজি বাইছ অক্টোবৰ। মঙ্গলবাৰ। বিছৰ পৰা তেইছলৈকে সংখ্যাবোৰ ৰঙা চিয়াহীৰে স্পষ্ট কৰা আছে। এইবোৰ বন্ধৰ সংকেত।

এৰা, প্ৰীতমে আজিহে শেষ নিশ্বাস এৰিব পালেনে? দিনৰ ডেৰটাৰ পৰাই যুজি যুজি তাক মৃত্যুৰ মুখৰ পৰা বচাব নোৱাৰিলোঁ। কি কৰিম?

তিনি দিনৰ আগতে আহি সেহাই সেহাই সি মোক কৈছিলহি ঃ চাহেব, ছোটা চাহেব! হাম্‌কো আচ্ছা দাৱাই দিজিয়ে না। পেঞ্চন্‌ মিল্‌নেকো বাদ্‌ হামাৰা তবিয়ৎ বহুত খাৰাপ্‌ হো গয়া, চাহেব।···চাহেব, আপ্‌কো জৰুল্‌ য়্যাদ্‌ হোঁগা না—বাড়া ডাক্তাৰ্‌ বান্‌কে যব্‌ আয়েগা, অ'দিন্‌ আপ্‌কো হাত্‌ছে হাম দাৱাই···

বেচেৰা প্ৰীতমে কথাখিনি শেষ কৰিব নোৱাৰিলে। আবেগত

তাৰ কণ্ঠ ৰুদ্ধ-প্ৰায় হৈ পৰিছিল। বাধা নামানি ওলাই অহা অশ্ৰুবিন্দুক, কান্ধৰ ফটা গামোচাখনেৰে সি মচিছিল। তাৰ দুৰ্বল হৈ পৰা শৰীৰটোক হাতখনেৰে টেবুলখনত হেঁচা মাৰি কথমপি নিজকে নপৰাকৈ ৰাখিছিল। মই কিছু চিন্তিত হৈ পৰিছিলোঁ—প্ৰীতমৰ অৱস্থা দেখি। লগতে অবাক হৈ চাইছিলোঁ—সহস্ৰজনক খুৱাই সন্তুষ্ট কৰা তাৰ ৰুক্ষ হাত দুখনক দেখি। মোৰ মনলৈ প্ৰশ্ন আহিছিল—এই অশ্ৰু কিহৰ বাবে? স্নেহৰ, আদৰৰ, নে অন্য কোনো অজ্ঞাত কাৰণৰ?

ডিফু চিভিল হস্পিতালত সোমোৱা আজি পোন্ধৰ বছৰ হ'ল। আমি লগোৱা ইউক্লিপটাছ গছ কেইজোপা এতিয়া আকাশ চুলেগৈ। এই পোন্ধৰটা বছৰত বিভিন্ন চৰিত্ৰৰ মানুহক লগ পাইছোঁ! বিভিন্ন ৰোগীৰ চিকিৎসাও কৰিছোঁ। মানুহক সেৱা কৰি আনন্দও পাইছোঁ, লগতে তিতা-কেহাও পাইছোঁ। খ্যাত অখ্যাত বহুতো ব্যক্তিৰ মৃত্যুও মোৰ সান্নিধ্যত ঘটি আহিছে। কোনো দিনেই মই ইমান বিচলিত হোৱা নাছিলোঁ। কিন্তু, আজিৰ এই মৃত্যু মোৰ বাবে অসাধাৰণ হ'ল কিয়? প্ৰীতম, মোৰ কোনো সম্পৰ্কীয়ও নহয়। অথচ···

বাৰাণ্ডাৰ টিনত আৱৰি ধৰা শান্তি-লতাৰ ৰঙা-বগা ফুলবোৰলৈ চাই চাই ভাবিলোঁ—মানুহে মানুহৰ মনক ক'ত আৰু কেনেকৈ টানি ধৰে, তাক কোনেও ক'ব নোৱাৰে।

ময়ো ক'ব নোৱাৰোঁ, প্ৰীতমে কেতিয়া মোক আকৰ্ষণ কৰিলে? প্ৰীতমৰ প্ৰতি মোৰ অহেতুক মৰমৰ কাৰণ কি? আজিও বুজি নাপালোঁ—এই মৰমৰ কাৰণ তাৰ ৰন্ধন-কৌশলত, তাৰ অমায়িক স্বভাৱত, নে নিম্নতম দৰমহাৰেও নিস্বাৰ্থভাৱে মানুহক সেৱা কৰিব পৰা এই সাধাৰণ মানুহজনৰ মানসিক সৌন্দৰ্যৰ প্ৰতি থকা মোৰ অহেতুক দুৰ্বলতা।

প্ৰীতমক মই প্ৰথমত লগ পাইছিলোঁ ককাইদেউৰ মহলত। তাৰ পিচত লগ পাইছিলোঁ ডিফুৰ মেম্বাৰ হোষ্টেলত। আৰু হস্পিতালত চাকৰি কৰাৰ পৰা তাক প্ৰায়েই লগ পাই থাকোঁ— —ডিফু চহৰৰ বিভিন্ন প্ৰান্তত। এবছৰৰ আগতে ৰিটায়াৰ্ড হোৱা প্ৰীতমক লগ পাইছিলোঁ—দুসপ্তাহমানৰ আগতে ডিফু ক্লাবৰ কাষৰ সেই জুপুৰি খেৰী ঘৰত। কৰবী গছৰ ছাঁত বহি একান্ত মনে তাৰ হাতৰ তলুৱাখনলৈ সি চাই আছিল। 'হাতখন চাই চাই কি গণনা কৰি আছ প্ৰীতম' বুলি সোধাত, মৃদু হাঁহি এটিৰে নমস্কাৰ কৰি সি কৈছিল—আঁহত গছৰ তলত থকা ফকিৰজনে হেনো তাক কৈছিল, অচিৰেই আমীৰ হ'ম বুলি।

প্ৰীতমৰ কথা শুনি মই হাঁহিছিলোঁ। লগতে দুখো পাইছিলোঁ —পেঞ্চন পাই অদৃষ্টবাদী হৈ পৰা তাৰ মনৰ পৰিৱৰ্তন দেখি।

এই সুদীৰ্ঘ বছৰ ধৰি লগ পাই অহা প্ৰীতমৰ প্ৰতি মোৰ অন্তৰ স্পৰ্শ কৰিব পৰা কাৰণবোৰ মনত পেলালোঁ—এটা এটাকৈ। তেনে কোনো উল্লেখযোগ্য ঘটনাও মই বিচাৰি নাপালোঁ। তেন্তে প্ৰীতমৰ প্ৰতি মোৰ এই অসাধাৰণ টানটো কিহৰ ?

মেম্বাৰ হোষ্টেলৰ বান্ধনি হৈ থকা প্ৰীতমক এবাৰ লগ পাইছিলোঁ— হোষ্টেলৰ ক'ৰিডৰত। তেতিয়া মই অসম মেডিকেল কলেজৰ ছাত্ৰ। ৰেল ষ্টেচনলৈ যাবলৈ বুলি জীপ এখনৰ বাবে বৈ আছিলোঁ। চকি এখনতে বহি সন্মুখৰ ফুলনি বাৰীলৈ চাই ভাবি আছিলোঁ- দেও-পূজাৰ ধ্যান-ধাৰণাৰে অবক্ষয়ৰ গৰাহত পৰা কাৰবি জাতিক নতুন আলোকৰ সন্ধান দিয়াৰ। ভাবি আছিলোঁ—আধুনিক চিকিৎসা বিজ্ঞানেৰে কাৰবি আংলঙৰ জনসাধাৰণক ৰোগমুক্ত কৰাৰ। দুৰ্গম পাহাৰৰ বিভিন্ন প্ৰান্তলৈ গৈ মানুহক সেৱা কৰাৰ অপৰিসীম কল্পনা এটা মনতে আঁকি আছিলোঁ। মনতে ভাবিছিলোঁ—পুৰণি সংস্কাৰৰ বিৰুদ্ধে

সংগ্রাম কৰাৰ এখনি কাৰ্যসূচী। এনে মুহূৰ্ত্তত উৎফুল্লিত মন এটিৰে প্লেট্ এখনত মিঠাই আৰু পানী এগিলাচ দি প্ৰীতমে কৈছিল,—'ছোটা চাহেব, খুব প্ৰেম্‌সে পঢ়না হোঁগা। বড়া চাহেব কা নাম উজ্বাল্‌না পৰেগা। আপ বড়া ডাক্তাৰ বান্‌কৰ্ যব্ আয়েগা, অ'দিন্ হামাৰ্ দিল্ কিত্‌না খুচ্ হোঁগা। চাহেব, খাইয়ে। আপ্‌কোতো কুচ্ খিলানাভি নহী চেকা!'

মনৰ আনন্দত সেই দিনাখন সি স্থিৰেৰে ৰ'ব পৰা নাছিল। সেইয়া সম্ভৱ ককাইদেউৰ প্ৰতি থকা অকৃত্ৰিম কৃতজ্ঞতাৰ স্বতঃস্ফূৰ্ত প্ৰকাশ। ককাইদেউৰ যত্নতেই সি তেতিয়া মেম্বাৰ হোষ্টেলৰ বান্ধনিলৈ উত্তৰণ ঘটিছিল।

বেচেৰা প্ৰীতম! তাৰ মৃত্যুত আজি এটোপাল অশ্ৰু টুকিবলৈকো কাষত কোনো নাই। এজন মানুহৰ জীৱন ইমান নিঃসঙ্গ হ'ব পাৰেনে?

ঃ চাৰ, মোক বিচাৰিছিল হেনো?

ধন বাহাদুৰৰ মাতত মোৰ তন্ময়-ভাব আঁতৰি গ'ল। চেম্বাৰৰ ভিতৰলৈকে তাক আহিবলৈ কৈ সুধিলোঁ,—

ঃ প্ৰীতমৰ কোনোবা আছেনে ধন বাহাদুৰ?

ঃ নাই চাৰ। ইয়াত তাৰ কোনো নাই।

ঃ তেনেহ'লে কি কৰিবা?

ঃ আমিয়েই কিবা ব্যৱস্থা কৰিব লাগিব চাৰ।

ঃ আৰু কোনোবা আছে তোমাৰ লগত?

ঃ আছে চাৰ। হোষ্টেলৰ মালী আৰু ৰাম ৰতন আছে।

ঃ সৎকাৰৰ কাৰণে ব্যৱস্থা হ'ব?—চিগাৰেটত এহোপা দি ধন বাহাদুৰক সুধিলোঁ।

ঃ কিবা এটা কৰিম চাৰ! একে লগে চাকৰি কৰা। এতিয়া তাৰ শেষ সময়ত অলপ নাচালে, আমাৰ মনত দুখ ভাব থাকি

যাব, চাৰ। তাৰ আত্মাই শান্তি নাপাব। কি কৰিম চাৰ, মানুহৰ কপাল !—ধন বাহাদুৰে দুখ কৰিলে।

এৰা, প্ৰীতম,—ধন বাহাদুৰৰ একোৱেই নহয়। অথচ সহকৰ্মী বাবেই এই মানবীয় কাৰুণ্য। কি যে দুৰ্বোধ্য এই মানৱ মন !

চিগাৰেটটো এছ্‌ট্ৰে'ত ভৰাই, টকা পঞ্চাছটা জেপৰ পৰা উলিয়াই ধন বাহাদুৰৰ হাতত দিলোঁ। সি একোকে বুজিব নোৱাৰি, বিস্ময়ভৰা দৃষ্টিৰে মোলৈ চাই আবেগ জড়িত কণ্ঠেৰে সি সুধিলে,—

ঃ চাৰ, এই টকা—?

ঃ যোৱা ধন বাহাদুৰ। প্ৰীতমৰ শেষকৃত্য কৰি আহাগৈ।

এনেতে নাৰ্ছ এগৰাকী সোমাই অহাত, টকা পঞ্চাছটা লৈ ধন বাহাদুৰ ওলাই গ'ল—শোকাকুল মনেৰে। নাৰ্ছ গৰাকীয়ে দিয়া কাগজখিলা চাই আলমাৰীৰ পৰা এম্‌প'ল্‌ ছয়টা উলিয়াই দিলোঁ আৰু মেট্ৰনক প্ৰীতমৰ কেচটো এন্ট্ৰি কৰিবলৈ পৰামৰ্শ দি পঠিয়ালোঁ।

ঘড়ীলৈ চালোঁ। প্ৰায় পাঁচ বাজিবৰ হ'ল ! চিগাৰেটৰ পেকেট আৰু লাইটাৰটো পেণ্টৰ পকেটত ভৰাই ললোঁ। বেগটোৰ ভিতৰত ষ্টেথ'স্কোপ্‌টো ভৰাই দুৱাৰ বন্ধ কৰিবলৈ চকিদাৰক ক'লোঁ। বাৰাণ্ডাৰে আহি থাকোঁতে মেডিচিন্‌ ৱাৰ্ডৰ ফালে চাই পঠিয়ালোঁ। প্ৰীতমৰ নশ্বৰ দেহটোক লৈ ধন বাহাদুৰহঁতে ওলাই গৈছে। মোৰ মনটো গধুৰ হৈ উঠিল। ইমান নীৰৱ—এই যাত্ৰা !

হস্পিতালৰ খট্‌খটিৰে নামিব ধৰোঁতে, অ'টোৰিক্সা এখন আহি সন্মুখ গেটখনত ৰ'লহি। কি যে বিড়ম্বনা ! ওলালহি আকৌ এজন ৰোগী। বিৰক্তিৰে নামি ৰাস্তা পালোগৈ। উধাতু খাই লাকী কৰ্ণাৰৰ সুবোধ ৰায়ক অ'টোখনৰ পৰা নামি অহা দেখিলোঁ। মোক দেখা পায়েই সি সুধিলেহি,—

ঃ চাৰ। প্ৰীতম ক'ত? কোনটো ৰুমত সি আছে?

ঃ প্ৰীতম!

ঃ হয় চাৰ। মেম্বাৰ হোষ্টেলৰ প্ৰীতম যে। সি মোৰ পৰা লটাৰী টিকট কিনিছিল। ফাৰ্ষ্ট্ প্ৰাইজ্ পাইছে, বিহাৰ ষ্টেটৰ। দেখা কৰিব পাৰিম নহয় চাৰ?

ঃ লটাৰীৰ ফাৰ্ষ্ট প্ৰাইজ!

ঃ হয় চাৰ। সি কোন ৰুমত আছে?

ঃ মিষ্টাৰ ৰায়। সি গ'ল গৈ।—অতি কষ্টেৰে কথাখিনি ক'লোঁ।

ঃ গ'লগৈ! ক'লৈ গ'ল?

সুবোধ ৰায়ক একো নকৈ নীৰৱে গৈ থকা ধন বাহাদুৰহঁতৰ ফালে দেখুৱাই দিলোঁ। সুবোধ ৰায়ৰ মনৰ প্ৰতিক্ৰিয়ালৈ অপেক্ষা নকৰি, গধূৰ মন এটিৰে খোজ ললোঁ।

হস্পিতালৰ নীৰৱ ৰাস্তাৰে আহি থাকোঁতে মনত পৰিল—কৰবী জোপাৰ ছাঁত বহি হাতখনলৈ চাই থকা প্ৰীতমলৈ। হতভাগ্য প্ৰীতমৰ কথা ভাবি ভাবি উৎসৱমুখৰ জনস্ৰোতৰ লগত মিলি গ'লোঁ। পূজা মণ্ডপবোৰৰ ঢাক-ঢোল শব্দৰ লগতে মাইকৰ পৰা ভাহি অহা মহিষমৰ্দিনী দুৰ্গাদেৱীৰ স্তোত্ৰবোৰ কাণত পৰিলহি,—

...ৰূপং দেহি ধনং দেহি যশো দেহি দ্বিষো জহি...চাই পঠিয়ালোঁ,—সন্মুখৰ পাহাৰৰ কাষেদি উৰি যোৱা নীড়মুখী বগলিৰ শাৰীবোৰলৈ।

এৰা প্ৰীতম সঁচাকৈয়ে গ'ল—আমীৰ হৈ! □

# ফিৰত চিঠিখন

চাকৰি জীৱনটোৰ শেষ স্তৰ হেনো পেঞ্চন !

সুদীৰ্ঘ বছৰ ধৰি কৰি অহা চাকৰিটো কাইলৈ পৰা শেষ হ'ব। বয়সে এইদৰে আঁচোৰ মাৰিবহি বুলি মই ইমান দিনে ভাবিবই পৰা নাছিলোঁ। এৰা, জীৱনৰ মধুৰ দিনকেইটা কটোৱা এই বঙলা ঘৰত প্ৰৱেশ কৰাব অধিকাৰখিনিক বয়সে আহি বাধা দিলেহি।

মই কিছু সময় বোবাৰদৰে হৈ পৰিলোঁ—কথাবোৰ ভাবি। অহৰহভাবে আহি থকা তাঁৰৰ সাঙ্কেতিক টৰেটক্কা ধ্বনিবোৰ, সহকৰ্মীসকলৰ কৰ্মব্যস্ততা, কাউণ্টাৰত মানুহৰ হেঁচা-ঠেলা, সন্মুখৰ বাচ-ষ্টেণ্ডত যাত্ৰীসকলৰ কোলাহল—এই সকলো কথাই মোৰ মনত আজি অৰ্থপূৰ্ণ হৈ পৰিল। ব্যস্ততাই জীৱন, আৰু জীৱনৰ অৰ্থই সংগ্ৰাম বুলি জানিও আজি মোক স্থবিৰ কৰি পেলালে।

আবেলিৰ নিস্তেজ পোহৰখিনি খিৰিকিখনেৰে আহি আছিল। সন্মুখৰ চিজিনা গছজোপাত শালিকাবোৰে কোৰ্হাল কৰি

আছেহি। বিভিন্ন ঠাইলৈ পঠিয়াবলগীয়া চিঠিবোৰত মোহৰ মাৰি কথাখিনি ভাবি গ'লোঁ,—ডিফুৰ পৰা মহংডিজুৱা, এই বাৰ মাইল অৰণ্য পথেৰে 'ৰাণাৰ'হৈ চাকৰি জীৱন আৰম্ভ কৰিছিলোঁ। সংগ্ৰাম কৰি তেতিয়া ভাল পাইছিলোঁ। চিঠি বিলাই মানুহক সেৱা কৰাত নিৰ্মল আনন্দ আছিল। 'পিয়ন ককাই' বুলিয়েই মানুহে আদৰ কৰিছিল, চেনেহ যাচিছিল, লগতে গভীৰ বিশ্বাস ৰাখিছিল। 'ৰাণাৰ'ৰ পৰা পোষ্টেল্ পিয়ন আৰু অহা কালিৰে পৰা পেঞ্চনাৰ—এইয়া নিশ্চয় গুৰুজনাৰ আশীৰ্বাদ।

চকুৰ আগতেই সকলোবোৰ পৰিৱৰ্তন হ'ল। সৰু নিৰিবিলি এই ডিফু চহৰখনৰ ৰূপ দিনে দিনে, মাহে মাহে, বছৰে বছৰে সলনি হোৱা দেখিছোঁ। পুৰণি দিনৰ ঘৰবোৰ পকী হ'ল কংক্ৰীট হ'ল। শিলগুটিৰে ভৰি থকা এসময়ৰ ৰেল ষ্টেচনৰ প্লেট-ফৰ্মখনো পকী হ'ল, ওপৰত ছেদ্ হ'ল, আনকি অ'ভাৰব্ৰীজখনো হ'ল। নিয়ন লাইটেৰে প্লেট-ফৰ্মখন উজ্বলাই তোলা হ'ল। আগৰদৰে এতিয়া পোষ্টেল্ বেগবোৰ এন্ধাৰত খেপিয়াই ফুৰিব নলগা হ'ল। ৰেলৰ পোষ্টেল্ ভেনত বেগ্ উঠোৱা বেগ্ নমোৱা কিমান যে নিৰাপদ হ'ল।

এৰা, অকল সেয়াই নে ? ষ্টেচনলৈ যোৱা বাট ডোখৰ কিমান হাবিতলীয়া আছিল! আৰু আজি ? মহলদাৰৰ বেত আৰু কাঠৰ কুন্দাৰে দ'ম লাগি থকা ঠাইখিনিত এতিয়া বাছ-ষ্টেণ্ড্ হ'ল। দিনতে বাঘ ওলোৱা ঠাই ডোখৰত এতিয়া গান্ধী পাৰ্ক হ'ল, শহীদ-স্তম্ভ হ'ল। ধুনীয়া ধুনীয়া ফুলেৰে এতিয়া মন জুৰোৱা হ'ল।

কিন্তু কি আচৰিত! আমাৰ এই সৰু কাঠৰ বঙলা ঘৰটোৰহে কোনো পৰিবৰ্তন নহ'ল। এপ্ৰিল গছজোপাই আৱৰি ধৰা পুৰণি ফৰেষ্ট বঙলাতেই আমাৰ কাৰ্যালয় চলিয়েই থাকিল। উৱলি যাব

ধৰা এই কাঠৰ বঙলা-ঘৰৰ প্ৰতি মোৰ দৰদ যে কিমান, আজি মই বুজাম কাক ?

'ধনেশ্বৰ !'

পোষ্ট মাষ্টৰজনে মাত দিয়াত মোৰ ভাবৰ যতি পৰিল। চেঁচা পৰি অহা হাত দুখনেৰে মুখখন মোহাৰি চৌধুৰী চাৰৰ কাষলৈকে গ'লোঁ। চিগাৰেটৰ ধোঁৱাখিনি উলিয়াই মোৰ মুখলৈ চাই চাৰে ক'লে,—'ধনেশ্বৰ, তুমি বৰ বেছিকৈ চিন্তা কৰিছা নেকি ? মনটো এক্‌দম্‌ মাৰি পেলাইছা যে !'

'নাই চাৰ, ইমানকৈ ভবা নাই। এইখন বঙলাৰ পৰা ময়েই প্ৰথম পেঞ্চনাৰ হ'ম। আনন্দহে পাইছোঁ, চাৰ।'

'চিন্তা নকৰিবা। জি-পি-এফৰ টকাখিনিৰ লগতে গ্ৰেচ্যুইটিও পাবা। সংস্থাপন এটা কৰি লব পাৰিবা। নোৱাৰিবানে ?'

কথাখিনি কৈ চৌধুৰীচাৰে চিঠি এখন আগবঢ়াই ক'লে,—'ৰিডাইৰেক্ট্‌ কৰা চিঠি। ৰেকৰ্ড বুকত এণ্ট্ৰি কৰি মহংডিজুৱাৰ ডাকত পঠিয়াই দিবা।'

চিঠিখন লৈ নিজৰ কোঠালৈ আহি এণ্ট্ৰি-বুকখন বিচাৰি উলিয়ালোঁ। এণ্ট্ৰি-বুকত লিখিবলৈ ধৰোঁতে, চিঠিখনত লিখা ঠিকনাৰ আখৰবোৰ হঠাতে চিনাকি চিনাকি যেন লাগি গ'ল। পঁচিশ পইছীয়া খামৰ চিঠি। ডিফুৰ ষ্টাম্প্‌ মৰা আছে। ৰঙা চিয়াহীৰে লেখা আছে—ৰিডাইৰেক্টেড্‌ টু ডিফু। ঠিকনাত লেখা আছে,—

শ্ৰীযুত পদ্মধৰ বৰুৱা

সাং—শান্তিকুটীৰ, গোলাঘাট

পোঃ আঃ গোলাঘাট

জিলা—শিৱসাগৰ ( অসম )।

চিঠিখনৰ নাম আৰু ঠিকনাই মোৰ মনত কৌতুহল সৃষ্টি

কৰিলে। আমাৰ প্ৰধান শিক্ষক বৰুৱা চাৰলৈ দিয়া চিঠিনেকি বাৰু? আনৰ চিঠি খোলাটো গুৰুতৰ অপৰাধ। চাকৰি জীৱনৰ শেষ মুহূৰ্তত এনে অপৰাধ কৰাৰ পৰা মই বিৰত হ'ব নোৱাৰিলোঁ। চাৰলৈ দিয়া চিঠিখনে মোক মোহিত কৰি পেলালে। চিঠিখন লাহেকৈ খুলি দিওঁতাজনৰ নামটো চালোঁ ঃ··· হাৰে, এইখনচোন খনবামনে লিখা চিঠি!···খনবামন ইংতি, মহংডিজুৱা।···ঠিকেই। বন্ধু খনবামনে লিখা। আজি তিনি বছৰ হ'ল, চিঠিখন ঘূৰি ফুৰা।'···হাতৰ কলমটো টেবুলত থৈ চিঠিখন এফালৰ পৰা পঢ়ি গ'লোঁ,—

শ্ৰীহৰি

পৰম পূজনীয় চাৰ,

মহংডিজুৱা
ইং ১।১২।৭৯

শ্ৰদ্ধা ভক্তি গ্ৰহণ কৰিব। আপোনাৰ ত্যাগ আৰু মানৱ প্ৰেমৰ বাবেই মিকিৰ পাহাৰৰ অন্ধকাৰ গাঁও এখনত থাকিও মই পোহৰৰ সন্ধান পালোঁ। অতুলনীয় মানসিক শক্তিৰে সুদূৰ গোলাঘাটৰ পৰা মহংডিজুৱালৈ আহি জ্ঞানৰ কোমল জ্যোতিৰে কাৰবি আৰু ডিমাছাসকলক উদ্ভাসিত কৰা ঘটনা আজিৰ দিনত সাধুকথা হ'ল। এনেহেন সময়তে আপুনি আহিছিল যেতিয়া 'কাৰবি আংলং' বুলি অসমৰ মানচিত্ৰত অংকিত হোৱাই নাছিল। কলা-জ্বৰৰ কৰাল গ্ৰাসত কাৰবি গাওঁবোৰ এখন দুখনকৈ তেতিয়া উছন গৈছিল। কানিৰ কবলত জাতিটোৱে আত্মবিলুপ্তিৰ পথলৈ ক্ৰমে ক্ৰমে আগবাঢ়ি গৈছিল। সেই দুঃসময়ত আপুনি আহি আমাক

জীয়াই থকাৰ পথ দেখুৱাইছিল, নতুন যুগৰ বাবে জ্যোতি বিলাই-ছিলহি। আপোনাৰ হাতেৰেই জাতীয় পতাকাখন মহংডিজুৱাৰ আকাশত উৰা মাৰিছিল—শুভ সূচনাৰে। 'ঝাণ্ডা উচাঁ ৰহে হমাৰা'; 'বিশ্ব বিজয়ী ন-জোৱান' আদি দেশপ্ৰেমৰ গীতবোৰ কণ্ঠে কণ্ঠে ধ্বনিত হৈ উঠিছিল। কাৰবি, ডিমাছা আৰু অসমীয়াৰ মিলিত কণ্ঠেৰে যমুনা নৈৰ পাৰেপাৰে নতুন যুগৰ নতুন পুৰুষৰ কঠিয়া-তলীখন প্ৰস্তুত কৰিছিল। সেই দিন আছিল ত্যাগৰ, মানুহক ভাল পোৱাৰ।

চাৰ, আমি সেই দিন হেৰুৱালোঁ। আপুনি গুচি যোৱাৰ পিচতেই বহুতো পৰিৱৰ্তন হ'ল। মিকিৰ পাহাৰৰ সলনি কাৰবি আংলং হ'ল। গাৱেঁ-ভুঁঞে স্কুল হ'ল। জ্ঞানৰ প্ৰসাৰ হ'ল; কিন্তু জ্ঞানৰ মহত্বৰ পৰা আমি দিনক দিনে আঁতৰি আহিবলৈ ধৰিছোঁ। জাতি, ভাষা, লিপি আদিক লৈ আজি আমি বিদ্বেষৰ বীজবোৰক কংক্ৰিটৰ গাঁথনিৰে যেন গাঁথি যাব ধৰিছোঁ। এইবোৰ দেখি আমাৰ জ্ঞান অন্বেষণৰ ওপৰত সংশয় ভাব আহি পৰিছে।

মোৰ চিন্তা আৰু কাৰ্যত আপোনাৰ আদৰ্শ নিশ্চয় প্ৰতিফলিত হোৱা নাই। আপোনাৰ ত্যাগ, আদৰ্শ, মানৱপ্ৰেমৰ প্ৰমূল্যক সঞ্জীৱিত কৰি ৰখাৰ শক্তি আজি মোৰ নাই। তথাপিও মোক শিক্ষকৰ সন্মানেৰে চৰকাৰে ৰাষ্ট্ৰীয় বঁটা আগবঢ়াইছে। মই জানো, এনে বঁটাৰ উপযুক্ত ব্যক্তি মই নহওঁ। ভাৰতীয় সংস্কৃতি আৰু চেতনাৰে নতুন পুৰুষৰ প্ৰাণত সঞ্চাৰ কৰাৰ পৰা শক্তি মোৰ নাই। মানৱ বিদ্বেষৰ গ্ৰাসৰ পৰা আমাৰ সমাজ আৰু জাতিক মুক্ত কৰিবলৈ আলোকসন্ধানী মানৱ সন্তানসকলক মই কোনো পথকেই দিব পৰা নাই। বৰং দিনোদিনে যেন মানুহক ঘৃণা কৰাবলৈকেহে শিক্ষা দি আহিছোঁ। সেই বাবেই ৰাষ্ট্ৰীয়-বঁটা নোলোৱাটোকৈই সিদ্ধান্ত ললোঁ। জাতি, ভাষা, সম্প্ৰদায়ৰ উৰ্ধ্বত

'মানুহ' হৈ থকাৰহে মোৰ ইচ্ছা। এই মনোবল আপোনাৰেই অৱদান। আপোনাৰ অপূৰণীয় ঋণ এই চিঠিৰে স্বীকা কৰিছোঁ। আশীৰ্বাদ দিব। ইতি

বিনীত,
আপোনাৰ প্ৰাক্তন ছাত্ৰ,
শ্ৰীখনবামন ইংতি
প্ৰধান শিক্ষক,
লাংপাৰ্‌পান প্ৰাথমিক বিদ্যালয়,
মহংডিজুৱা।

চিঠিখন পঢ়ি উঠি মোৰ চকু দুটা অজানিতে সেমেকি আহিল। মোৰ সমগ্ৰ শৈশৱক চিঠিখনে আঁজুৰি আনিলে আৰু বন্ধু খন্‌-বামনৰ অন্তৰত লুকাই থকা মানৱ-বেদনাৰে একাকাৰ হৈ অশ্ৰু-বিন্দু ৰূপে মোৰ দুচকুৰ পৰা ওলাই আহিল। চিঠিখন ভৰাই থুপাথুপে ফুলি থকা চজিনা গছ দুজোপালৈ চাই ভাবিলোঁ,—'চিঠিখন পঠিয়াই জানো লাভ আছে। বন্ধু খন্‌বামন ঢুকোৱাচোন আজি দুবছৰেই হ'ল!' □

# প্ৰতিধ্বনি

ফৰেষ্ট প্লেণ্টেচনত সেইয়া কিহৰ ছায়া-মূৰ্তি ? !

অবাঞ্ছিত আতংকত মোৰ দেহ আৰু মন হঠাতে যেন জঠৰ হৈ পৰিল। ভয়েভয়ে নিৰীক্ষণ কৰিলোঁ।

ই কি! ছায়া-মূৰ্তিটো নহয়? সেয়া এজনী ছোৱালীহে দেখোন! শংকাহীনভাবে বন-শাক ছিঙি আছে তাই। কিন্তু এই গভীৰ অৰণ্যত !···নহয়। মই ভ্ৰম দেখা নাই। সেইজনী তেজ মঙহৰেই মানুহ।

আঃ, কি ৰূপ! কি যৌৱন!! বিচ্ছুৰিত আবেলিৰ পোহৰে তাইৰ দেহ-সুষমাক আৰু উজ্বল কৰি তুলিছে। লহপহীয়া আজাৰ আৰু চেগুণ গছৰ পুলিবোৰৰ মাজত তাই যেন এজনী বন-কন্যাহে। গছৰ আঁৰ লৈ তাইৰ গতিবিধি কিছু সময় নিৰীক্ষণ কৰিবলৈ ধৰিলোঁ।

কিন্তু, সেইয়া কি ? পলকেতে অঘটন এটা ঘটিলচোন। মই তত ধৰিব নোৱাৰাকৈয়ে ছোৱালীজনীক কেইজন মান মানুহে ধৰি লৈ গ'ল যে ! 'বা-বু'···বুলি চিঞৰি উঠা তাইৰ ভয়াৰ্ত কণ্ঠস্বৰৰ বাহিৰে মই একোৰে গম নোপোৱা হলোঁ। হাতৰ সৰু খুকুৰীকে সাৰথি কৰি সিহঁতৰ ফালে খেদা মাৰি গ'লোঁ।

হে ঈশ্বৰ! এইয়া কি দেখিলো ? ছোৱালীজনী অচেতন হৈ বননিত পৰি আছে। দুবৃত্তৰ দলটোৱে ধৰ্ষণ কৰি পলাই গুচি গ'ল। উস্! নাৰীৰ ওপৰত এনে পাশৱিক নিৰ্যাতন কৰিব পাৰেনে ? ক্ষত-বিক্ষত দেহৰ পৰা ওলাব ধৰা তেজ দেখি মোৰ মানৱীয় চেতনাক কঁপাই তুলিলে। ছোৱালীজনীৰ মুখলৈকে এবাৰ ভাল দৰে চালোঁ।···ই কি! এইয়াচোন তৰামাই! আমাৰ লালুং গাঁৱৰ লথবৰ গাঁওবুঢ়াৰ জীয়েক। হাতৰ খুকুৰীখন থাপত ভৰাই মাত লগালোঁ,—'তৰামাই, অ' তৰামাই !'

নাই, কোনো চেতনা নাই। ছোৱালীজনীক কোলাত দাঙি অফিচলৈকে লৈ আহিলোঁ। অফিচ পোৱাৰ লগে লগে মোক কেওফালৰ পৰা চিনাকি অচিনাকি মানুহবোৰে আহি আগুৰি ধৰিলেহি। নানা অশ্লীল ভাষাৰে মোক গালি দিবলৈ ধৰিলে— মানুহবোৰে। ছোৱালীজনীৰ কৰুণ মুখখনলৈ চাই থকাৰ বাহিৰে প্ৰতিবাদ কৰিবলৈ মোৰ যেন শক্তি হেৰাই গ'ল! হঠাতে শিল এডোখৰ আহি মোৰ মূৰত লাগিলহি। বিষত তত নাপাই খুউব জোৰেৰে চিঞৰি দিলোঁ,—'জোনালীৰ মা'—

'হেৰি শুনিছে, উঠক। উঠক বুলিছো নহয়, উঠকচোন।'

'উঁ !'

'উঠক, উঠক। ইছ্ ৰাম! ইমান বেয়াকৈ চিঞৰিছে কিয় ?'

সাৰ পাই দেখো জোনালীৰ মা, মোৰ পত্নী। কাষতে বহি

উদ্বিগ্নতাৰে মোৰ মুখলৈকে চাই আছে। অলপ সময় ঠৰ লাগি ঘটনাখিনি মনলৈ আনিবলৈ যত্ন কৰি সুধিলোঁ—

'কি হ'ল, জোনালীৰ মা ?'

'আপুনি ইমানকৈ চিঞৰিছিল কিয় ?'

'অঁ,—সপোন দেখিছিলোঁ। অদ্ভুত সপোন !'

'সেই বুলি ইমান বেয়াকৈ চিঞৰিব লাগেনে ?'

'এৰাহে, কি কৰিবা ? ঘড়ীটো চোৱাচোন জোনালীৰ মা ?'

লেমৰ ফিটা বঢ়াই টেবুলৰ ওপৰত থকা ঘড়ীটো চাই ক'লে,—'আঢ়েটা বাজি গ'ল।'

'ৰাতিপুৱাবৰ বেছি পৰ নায়েইচোন।'

আটুৱাখন অকণমান কোঁচাই জোনালীৰ মাকেও বহি ললে। দীঘলকৈ হামিয়াই চকুদুটা মোহাৰি তেওঁৰ ফালে চালোঁ। আঠুৱা-খনৰ পৰা মুৰটো উলিয়াই সোধো নোসোধোকৈ সুধিলোঁ,—

'জোনালীৰ মা, এটা কথা নহয় ? পুৱাতি নিশাৰ সপোন ফলিয়ায় হেনো ?'

প্ৰশ্নটো শুনি তেওঁ মোৰ মুখলৈ চালে। দুচকুত আতংকৰ চিন। মোৰ কাষলৈকে আহি মুৰত হাত বোলাই সুধিলে,—

'কিবা অমংগলীয়া সপোন দেখিলে নেকি ? আঢ়ে বাজিছেহে, ৰাতি পুৱাবলৈচোন এতিয়াও বহুত বাকী।'

'এৰাহে, বৰ আচৰিত সপোন।'

সপোনৰ ঘটনাখিনি জোনালীৰ মাকৰ আগত ক'লোঁ। অতি ব্যগ্ৰতাৰে ঘটনাখিনি তেওঁ শুনি গ'ল। তৰামাইৰ ওপৰত কৰা চৰম নিষ্পেষণৰ দৃশ্যখিনি বৰ্ণাই যাওতে, কিয় জানো জোনালীৰ মাকলৈ হঠাতে বৰ মৰম লাগি গ'ল ? পাতলকৈ ওলমি পৰা তেওঁৰ চুলিকেইডালত মোৰ হাতখনে স্পৰ্শ কৰিলেগৈ। জোনালীৰ মাকেও মোৰ মুখখনৰ ওপৰত হাতখনেৰে লাহেকৈ বোলাই দিলে।

হাতৰ মৃদু স্পৰ্শ পাই মোৰ অন্তৰত সুকোমল অনুভূতিৰে উপচি পৰিল। কেইটিমান মুহূৰ্তৰ বাবে মই পাহৰি গ'লোঁ—ঘটনাখিনি বৰ্ণাবলৈ। সকৰুণভাবে মোৰ মুখলৈকে চাই থকা জোনালীৰ মাকৰ চকুদুটিত কিয় ইমান আবেগ মিহলি ভাৱৰ প্ৰকাশ ঘটিছে, মই ধৰিবকে পৰা নাছিলোঁ। সম্ভৱতঃ নাৰীৰ অবচেতন মনত লুকাই থকা প্ৰেমৰ এক স্বাভাবিক প্ৰকাশ। পুৰুষৰ মনত সোমাই থকা সেই পাশৱিক ৰূপ, নাৰীৰ বাবে যে কাম্য নহয়! চকুৱেও ইমান কথা ক'ব পাৰে !!

'জোনালীৰ মা!'—চুলি কেইডালৰ পৰা হাতখন আঁতৰাই আনি মাতিলোঁ।

'কওক।'—মোৰ কপালৰ পৰা হাতখন গুচাই তেওঁ ক'লে।

'তাৰ পিচত কি হ'ল জানা?'

'কওকচোন।'

'হঠাতে শিল এডোখৰ আহি মোৰ মূৰত লাগিলহি আৰু ছোৱালীজনীবে সৈতে মই মাটিত পৰি গ'লোঁ।'

'শিল! কেনেকৈ আহিল?'—জোনালী মাকৰ চকু দুটাত উদ্বিগ্নতা।

"গোটখোৱা ৰাইজৰ মাজৰ পৰা। মোৰ চৰিত্ৰৰ ওপৰত সন্দেহ কৰি, কেওফালৰ পৰা ৰাইজে মোৰ গালৈ শিলগুটি দলিয়াইছিল আৰু আঘাতপ্ৰাপ্ত হৈ মই তোমাক মাতিছিলোঁ।...

...উস্, কি আচৰিত ধৰণৰ সপোন!'

সপোনৰ বৃত্তান্ত শুনি জোনালীৰ মা কিছু বিচলিত হ'ল। শংকিত দৃষ্টিৰে মোলৈ চাই ক'লে,—'শুনিছে, আপুনি এই কেইদিন নিশাপৰত গাড়ী ধৰিবগৈ নালাগে। দুই এগাড়ী কাঠ নধৰিলেও, দেশৰ কোনো ক্ষতি নহয় দিয়ক। জীৱনটোহে মূল কথা। মোৰ মনটো হ'লে ভাল লগা নাই, হেৰি!'

'হেৰা, সপোন সপোনেই। সপোন দেখি ভয় খালে জানো চলিব ?'—মই সপোনৰ তাৎপৰ্যৰ প্ৰতি গুৰুত্ব নিদি প্ৰশ্ন কৰিলোঁ।

'তথাপিও কিছু সাৱধানে চলিলে জানো বেয়া ? তাতে এনেহেন হাবিতলীয় ঠাই। মোৰ হ'লে মুঠেই ভাল লগা নাই, ইয়াত থাকি। জোনালীহঁতৰোতোন ভৱিষ্যৎ আছে। ভাল ইছ্‌কুল থকা, বেমাৰ-আজাৰ হ'লে চিকিৎসাৰ ব্যৱস্থা থকা ঠাই এখনলৈকে ট্ৰেন্স্‌ফাৰ নলয় কিয় ? এনে পৰিৱেশত জানো ইহঁতক মানুহ কৰিব পাৰিম, কওকচোন।'

মই একো উত্তৰ নিদিলোঁ। বিচনাৰ পৰা লাহেকৈ উঠি টেবুলত থকা চিগাৰেট পেকেটটোৰ পৰা এডাল উলিয়াই জ্বলাই ললোঁ। খাবৰ মন নাছিল যদিও দেহ আৰু মনৰ জড়তা গুচাবলৈকে জ্বলাই ললোঁ। ধোঁৱা এসোপা উলিয়াই ক'লোঁ,—

'ফৰেষ্টৰ চাকৰি। জংঘলেই আমাৰ জীৱন। চহৰলেখীয়া ঠাই এখন হঠাতে ক'ত পাবা ? তোমাৰ কথাখিনিও পিচে উলাই কৰিবলগীয়া নহয়। একোৰে উপাই নেদেখিলে, জোনালীহঁতক মোমায়েকৰ ঘৰতে থৈ আহিব লাগিব, বুইছা ?'

কথাখিনি ক'বলৈহে পালোঁ, জোনালীৰ মাকে লাহেকৈ নিজৰ বিচনাখনলৈ উঠি গ'ল আৰু ৰিঙকুক গাৰ কাষলৈকে চপাই মোৰ ফালে পিঠি দি শুই পৰিল। সম্ভৱ তেওঁ মোৰ সমস্যা সমাধানৰ সহজ সূত্ৰটো মুঠেই ভাল নাপালে।

এৰা, আমাৰ ফৰেষ্ট জীৱন, চহৰৰ লগত বিচ্ছিন্ন হৈ পৰা এক সুকীয়া জীৱন। বনৰ জীৱ-জন্তু আৰু গছ-গছনিৰ লগত সম্পৰ্ক ৰাখি চলা জীৱন। চহৰৰ জীৱনৰ সৈতে অৰণ্যৰ জীৱনক সমন্বয় অনাৰ প্ৰতিশ্ৰুতিৰে আমাৰ জীৱনক গঢ়িছোঁ। কিন্তু, জোনালীৰ মাকে ভবা কথাটো জানো মিছা ? ফৰেষ্টত কাম কৰিছোঁ বুলিয়েই জানো জোনালী আৰু ৰিঙকুহঁতৰ ভৱিষ্যতক অৱহেলা কৰিব

পাৰি ? অসমৰ বন-সম্পদৰ তদাৰক কৰিছোঁ বুলিয়েইতো সিহঁতক অৰণ্যৰ লগত মিলাই দিব নোৱাৰি !

দীঘলকৈ এহোপা মাৰি চিগাৰেটডাল এছট্ৰেত্‌ ভৰাই দিলোঁ। লেমৰ ফিটা কমাই বিচনাখনত লাহেকৈ বাগৰ দিলোঁ। আমাৰ সৰু কোঠাটো লেমৰ ক্ষীণ পোহৰত অনুজ্বল হৈ মোৰ দৃষ্টিত ধৰা দিলেহি। মই চকু দুটা মুদি দিলোঁ।

শেষ নিশাৰ নীৰৱতাক ভেদ কৰি নিয়ৰৰ টোপালবোৰ চেগুণ পাতত পৰি সৰৰ কৰি আছিল। নিয়ৰৰ টোপালবোৰ সৰি পৰা শব্দবোৰে মোৰ মনলৈ অৰণ্যৰ আমেজ এটা আনি দিলেহি। আমি থকা বঙলা-ঘৰৰ অৱস্থিতি যেন মোৰ মনৰ পৰা ক্ৰমেক্ৰমে হেৰাই যাবলৈ ধৰিলে—নিবিড়ৰ পৰা নিবিড়তৰলৈ।

বিচনাখনত বাগৰ দিয়াৰ লগেলগে মোৰ দুচকুত পুনৰ ভাহি আহিবলৈ ধৰিলে—সাপোনৰ সেই দৃশ্যবোৰ।··· ···কাকীৰ জন-জাতীয় ৰাইজে মোৰ চৰিত্ৰৰ ওপৰত সন্দেহ কৰাৰ কি অৰ্থ থাকিব পাৰে ! ফৰেষ্ট ভিলেজবোৰত নতুনকৈ অহা মানুহবোৰে মাটিৰ গণ্ডগোল লগাইছেহি। আৰু সেই ভিলেজাৰৰ মাজতো আজি কেই বছৰ মানৰ পৰা অশান্তিৰ সৃষ্টি হোৱা দেখিছোঁ। মাজে মাজে ৰাজনীতিৰ মানুহবোৰে আহি হোজা ৰাইজক ৰীজাৰ্ভ বে-দখল কৰিবলৈ উচটাই দিছেহি। তাৰ ফলত, স্থানীয় লালুং মিকিৰ, কছাৰী গাওঁকেইখনে বেগাৰী নখটাই হ'ল। এৰা, ৰাজনীতিয়ে আহি এতিয়া ফৰেষ্টতো প্ৰৱেশ কৰিলেহি ! নাজানো, বন-সম্পদ ৰক্ষাৰ দায়িত্ব লৈ আমি ৰাইজৰ আক্ৰোশৰ কাৰণ হ'বগে লাগিবনেকি ? আজিকালি দেখিছোঁ চাকৰি কৰাও বিপদ।

নানা চিন্তাই মোক হেঁচা মাৰি ধৰিলেহি। টোপনি নধৰাই হ'ল। কাষৰ লালুং গাওঁখনৰ কুকুৰাবোৰে ডাক দিয়াৰ উজান ধৰিলে। জোনালীৰ মাকলৈ চালোঁ, তেওঁ এক গভীৰ প্ৰশান্তিৰে

টোপনি গৈছে। জোনালী আৰু ৰিংকু, দুয়ো মাকৰ কাষত। টোপনিয়ে মানুহক ইমান সুন্দৰ কৰিব পাৰে বুলি ভাবিবই নোৱাৰিচোন!

হঠাতে বন্দুকৰ শব্দ শুনি মই সচকিত হ'লোঁ। শব্দটো ৰীজাৰ্ভৰ পৰাই আহিছে, মই অনুমান কৰিলোঁ। কি যে বিড়ম্বনা! দিনৰ ভাগত কাঠৰ চোৰাং কাৰবাৰ, নিশাৰ ভাগত বন্য-প্ৰাণী চিকাৰ। 'প্ৰহিবিটেড্ এৰীয়া। হান্টিং ইজ্ ষ্ট্ৰিক্ট্‌লি প্ৰহিবিটেড্।' বুলি ডাঙৰ ডাঙৰ আখৰেৰে লিখা থাকিলেই হ'লনে,—মানুহ যদি নিজৰ আচৰণ পৰিশুদ্ধি নকৰে? শ্ল'গান গাই, আইন কৰি লাভ কি, যদিহে মানুহে পালন নকৰে? কি আচৰিত দেশ এইখন!

'চাৰ, চাৰ!'

কোন ওলালহি আকৌ এই ৰাতিখন! বিচনাৰ পৰাই গম ললোঁ, মোক মতাটো হয়নে নহয় বুলি।

'চাৰ, চাৰ উঠকচোন।'—দুৱাৰত শব্দ কৰি মোক কোনোবাই জগাইছেহি। লেমৰ ফিটা বঢ়াই হাতত টৰ্চ্‌টো লৈ মাত দিলোঁ,—

'কোন? অলপ ৰ'বা দেই।'

'কি হ'ল, জোনালীৰ দেউতা?'—মূৰ তুলি মোৰ সহধৰ্মিনীয়ে সুধিলে।

'এই কোনোবাই বিচাৰিছে।'—মই ক'লো। কথাখিনি কৈ দুৱাৰখন লাহেকৈ খুলি টৰ্চৰ পোহৰ পেলাই দিলোঁ। উদ্বিগ্নতাৰে বৈ থকা আমাৰ ফৰেষ্ট গাৰ্ড্ ৰামেশ্বৰ বড়া আৰু ৰিজাৰ্ভৰ চকীদাৰ লছ্‌মন্ ভূমিজক দেখি আচৰিত হৈ সুধিলোঁ,—

'কি হ'ল ৰামেশ্বৰ?'

'চাৰ, চিকাৰী এদল ৰিজাৰ্ভত সোমাই চিকাৰ কৰিছেহি। কি ব্যৱস্থা লম চাৰ?'

'তুমি কেনেকৈ গম পালা ?'

'লছ্‌মনে খবৰটো দিছেহি ।'—ৰামেশ্বৰে ক'লে ।

'চিকাৰীৰ দলটোত কিমান মানুহ হ'ব, লছ্‌মন্ ?'

'বাবু, চাৰ্-পাঁচজন হ'ব। তাহান্তি চুপেচাপে চেগুণ বাগান পিনে সোমাই গৈছে। মই এক্‌লা আছং, কি কৰিম বাবু !'

'বাৰু, তুমি চিন্তা নকৰিবা। সিহঁতৰ বন্দুক চীজ্ কৰিবই লাগিব। ৰামেশ্বৰ, তুমি ওলোৱাগৈ যোৱা।'

সিহঁতক ওলাই থাকিবলৈ কৈ দুৱাৰখন জপাই দিলোঁ। বাহিৰত জাৰো পৰিছে। ইউনিফৰ্ম যোৰ উলিয়াই পিন্ধিবলৈ ধৰোঁতে, জোনালীৰ মাকে আহি সুধিলেহি,—

'এই ৰাতিখন ক'লৈ যায় ?'

'ডিউটি।'

'ৰামেশ্বৰ বা লছ্‌মনক নপঠিয়ায় কিয় ?'

'নহ'ব। দায়িত্ব পালন কৰাটো মোৰ কৰ্তব্য, জোনালীৰ মা। চকীদাৰে যদি শেহ ৰাতিও নিজৰ দায়িত্ব পালন কৰিব পাৰে। আমি নোৱাৰাৰ কোনো অৰ্থ নাই। তুমি দুৱাৰখন বন্ধ কৰাহি।'

জোনালীৰ মাকে কিবা ক'ব খুজিছিল। মই গুৰুত্ব নিদিয়া দেখি, মনে মনে চাই থাকিল। হয়তো সপোনৰ কথা স্মৰণ কৰাই নাযাবলৈকে ক'ব বিচাৰিছিল।...

প্লেণ্টেচনৰ এ'প্ৰছ্ ৰোড্‌টোৰে তিনিও অৰণ্যৰ গভীৰতালৈ লাহে লাহে সোমাই গ'লোঁ। অ'ৰ ত'ৰ পৰা দুই এটা নিশাচৰ প্ৰাণীৰ শব্দৰ বাহিৰে কেওঁপিনে নিমাত-নিতাল। অৰণ্যভূমি যেন গভীৰ নিদ্ৰাতহে !

ফৰেষ্ট ডিপাৰ্টমেণ্টত সোমোৱা আজি পোন্ধৰ বছৰেই হ'ল। বনভূমিৰ চৰিত্ৰক বুজিবলৈ বাকী নাই। অৰণ্য আমাৰ শত্ৰু নহয়,

বৰং ই আমাৰ পৰম বন্ধু হে। এই ভাব মনত লৈ বনৰীয়া জীৱ-জন্তুৰ প্ৰতি সেৱা কৰি আহিছোঁ—ইমান বছৰে। বাঘ আৰু হাতীৰ মুখৰ পৰাও নিৰাপদে ওলাই আহিব পাৰিছোঁ—মনৰ এই অভয় মন্ত্ৰেৰে।

'কি হ'ল?'—হঠাতে লছ্‌মন্‌হঁত বৈ দিয়াত প্ৰশ্ন কৰিলোঁ।

'বন-ৰজা, বাবু!'

তিনিও অলপ পৰ বৈ দিলোঁ। দুয়োজনৰে সন্মুখত ঠিয় দি ক'লোঁ—'ভয় নাই লছ্‌মন্‌। বতাহ সন্মুখৰ পৰাহে আহিছে। অলপ পৰ আঁৰ লওঁ দিয়া।'

গছৰ এক্ষমত আঁৰ লৈ বাঘৰ গতিবিধি লক্ষ্য কৰিলোঁ। বাটৰ সোঁ-মাজতে আমাৰ ফালে পিঠি দি বহি আছে। মানুহৰ উমান-পাই, সি সম্ভৱ ভয় খাই ওলাই আহিছে। কিছু সময়ৰ পিচত বাঘটোৱে এটা দীঘল জাপেৰে অৰণ্যৰ ফালে সোমাই গ'ল।

বাঘ আঁতৰি যোৱাত আমি ধীৰে ধীৰে আগবাঢ়িলোঁ। মোৰ পিচে পিচে আহি থকা লছ্‌মনৰ খোজৰ গতিত ভয়ৰ ভাব। তাৰ মনত সাহস দিয়াৰ চলেৰে ক'লোঁ,—

'বনৰ জীৱ-জন্তু আৰু আমি একে পৰিয়ালৰ। আমি ফৰেষ্টত কাম কৰা মানুহ। আমাৰ মনত সিহঁতৰ প্ৰতি কোনো হিংসাৰ ভাব নাই। পৃথিৱীত ক'ৰবাত শুনিছ'নে বনৰ বাঘে ফৰেষ্টৰ মানুহক খাইছে বুলি? মনত হিংসাৰ ভাব নাথাকিলে, সিহঁতে মানুহক একো নকৰে বুজিছ, ব'ল।'

বাঘে জাপ মৰা ঠাই ডোখৰ অতিক্ৰম কৰি কিছু দূৰ আগুৱাই গ'লোঁ। নিলগত টৰ্চৰ পোহৰ দেখি, আমি তিনিও থমকি ৰ'লোঁ। চিকাৰীৰ দল সিহঁতেই হ'ব বুলি অনুমান কৰি গছ জোপাৰ আঁৰ ললোঁ। সিহঁতক ধৰিবৰ কাৰণে মানসিক প্ৰস্তুতি কৰি পেলালোঁ।

সিহঁতে চিকাৰৰ ৰোমাঞ্চকৰ কথা পাতি নিৰ্ভয় মনেৰে আহি আছে। বতাহত ভাহি অহা চিগাৰেটৰ গোন্ধই মোৰ নাকত লাগিলহি। গছৰ আঁৰৰ পৰা তিনিও ওলাই মাজ বাটত থিয় দি ৰ'লোঁ। টৰ্চৰ পোহৰ সিহঁতৰ মুখত দিয়াৰ লগে লগে সিহঁত বিমূঢ়ত পৰিল। ধুউপ্ কৰি মাটিত পেলাই দিয়াৰ শব্দ এটা হ'ল। টৰ্চ মাৰি চাওঁ,—হৰিণা পহু। মই এখন্তেকো পলম নকৰি সিহঁতক চাৰ্জ্ কৰি ক'লো,—'আপোনালোকে ফৰেষ্ট আইন উলঙ্ঘা কৰিছে। বন্দুকসহ চিকাৰটো আমাৰ হাতত চমজাই দিয়ক।'

'ফৰেষ্টাৰ বাবু। বন্দুক আৰু চিকাবটো আপোনাৰ হাতত দিবলৈ আমি ইয়ালৈ অহা নাই।'

'এইখন প্ৰহিবিটেড্ এৰীয়া বুলি আপোনালোকে জানে। জানিও আপোনালোকে ট্ৰেছ্‌পাছ্ কৰি হৰিণা হত্যা কৰিছে। দেশৰ আইনত আপোনালোক দোষী। বন্দুক সোনকালে চমজাই দিয়ক, নহ'লে জোৰ কৰি বন্দুক চীজ্ কৰিবলৈ বাধ্য হ'ম।'

'লেট্ গ' হেল্ ইয়ৰ্ ফৰেষ্ট্ ল'। জীৱনত বহুত ফৰেষ্টাৰক লগ পাইছোঁ। এনে দুঃসাহস মোৰ আগত নাখাটে ফৰেষ্টাৰ বাবু।......ইন্দ্ৰজিত, পহুটো লোৱা। আমাক কি কৰিব পাৰে চাওঁ।'

'সাৱধান। হৰিণাৰ গাত হাত নিদিবা।'—ইন্দ্ৰজিত বোলা মানুহটোক ধমক্ দি ক'লোঁ।

'ইন্দ্ৰজিত, লোৱা বুলিছোঁ নহয়। কান্ধত তুলি লোৱা।'

পহুটো কান্ধত তুলি ল'বলৈ ইন্দ্ৰজিতে আগবাঢ়ি গ'ল। আমাৰ প্ৰতি সিহঁতে অলপমানো আনুগত্য স্বীকাৰ নকৰি, দুজন মানে আমাক ঠেলি খোজ লবলৈ চেষ্টা কৰিলে। সিহঁতৰ কাৰ্য

দেখি মই ক্ষুব্ধ হৈ পৰিলোঁ। ৰামেশ্বৰ আৰু লছ্মনক বন্দুক আৰু হৰিণাটো জব্দ কৰিবলৈ আদেশ দিলোঁ।

মোৰ আদেশ পাই সিহঁত দুয়ো চৰকাৰী কৰ্তব্যত তৎপৰ হ'ল। অন্ধকাৰ অৰণ্যত আমাৰ মাজত খণ্ড-যুদ্ধ আৰম্ভ হ'ল। সিহঁতৰ অতঃপালি দেখি বন্দুকধাৰী চিকাৰীক মই আগচি ধৰিলোঁ। বাধা পাই মোৰ ওপৰত সি হাত দিলে। মোৰ চোল্ডাৰ ষ্ট্ৰেপ্‌ডোখৰ ফালি পেলালে সি। চৰম অপমানিত হৈ তাৰ গালত তীব্ৰ চৰ এটা মাৰি দিলোঁ। সি পাগলৰ দৰে আমাৰ ওপৰত আক্ৰমণ কৰিলে, হত্যাৰ মনোভাবেৰে। তাৰ হাতৰ বন্দুকটোৰে হঠাতে গৰজি উঠিল। ইন্দ্ৰজিতৰ লগত টনা-আজোৰা কৰি থকা লছ্মন দেখোন মাটিত পৰি গ'ল,—মৃত্যু যন্ত্ৰণাৰ কেৰুনিৰে। মই হতভম্ব হৈ পৰিলোঁ। অন্ধকাৰত যে কি হৈ গ'ল, মই ততকে ধৰিব নোৱাৰি ৰামেশ্বৰক মাতিলোঁ। ইতিমধ্যে সিহঁত চিকাৰ এৰি পলাই গ'লগৈ।

ৰামেশ্বৰে দৌৰি আহি লছ্মনৰ দেহটো দাঙি ধৰিলে। টৰ্চ্ জ্বলাই ভালদৰে চালোঁ,—তাৰ বুকুৰেদি বন্দুকৰ গুলি সৰকি গৈছে। লছমনৰ গাত হাত দি মাত দিলোঁ,—'লছ্মন্। এই লছ্মন।'

নাই, কোনো সাৰ-সুৰেই নাই। কোনোমতে এবাৰ সি মোৰ মুখলৈ চালে আৰু শেষ নিশ্বাস ত্যাগ কৰিলে। ৰামেশ্বৰে শোকত কান্দি পেলালে—'লছমন্ ভাই' বুলি। মোৰ চকুদুটা সেমেকি আহিল। নিজকে বৰ অসহায় যেন অনুভৱ কৰিলোঁ।

ইতিমধ্যে ফেঁহুজালি দিয়াত সকৰুণ দৃশ্যটো মোৰ চকুত স্পষ্ট হৈ ভাহি উঠিল। মৃত হৰিণাটোৰ কাষতে লছ্মনৰ দেহটো পৰি থকাত ৰামেশ্বৰেও হুকুহুকাই কান্দি পেলালে।

লছ্মন ভূমিজে পিন্ধা ইউনিফৰ্ম তিয়াই ওলাই অহা কেঁচা

তেজাখিনি, মাটিত ডোঙা বান্ধি বৈ থকা হৰিণাৰ তেজৰ লগত মিহলি হোৱা দৃশ্যটো দেখি শোকে মোক হেঁচা মাৰি ধৰিলেহি ! কান্দি থকা ৰামেশ্বৰক সান্ত্বনা দিবলৈ মই ভাষা বিচাৰি নাপালোঁ। লছ্মনৰ ঘৰত গৈ ঘৈণীয়েক কুকন্নীক খবৰ দিবলৈকো মোৰ গাত যেন শক্তি নোহোৱা হ'ল। কৰ্তব্য নিষ্ঠাব চৰম পুৰস্কাৰেৰে লছ্মন ভূমিজ আজি পুৰস্কৃত হোৱা দেখি মোৰ ধিক্কাৰ দিবৰ মন গ'ল—মানুহৰ আদৰ্শবাদ। ধিক্কাৰ দিবব মন গ'ল—মানুহে কৰা আইনৰ ওপৰত। ভাঙি দিবৰ মন গ'ল—ধুনীয়া আখৰেৰে 'প্ৰহিবিটেড্ এৰীয়া' বুলি লেখা চাইন্ বোৰ্ডখন। উস্ ! অৰণ্যৰ এই সচাঁ প্ৰতিধ্বনি জানো কাহানিবা মানুহৰ কৰ্ণগোচৰ হ'ব ? □

# অচিন গছৰ গুটি

তেনেহ'লে লংজ্যুত টেৰণ সংচাকৈয়ে খ্ৰীষ্টান হ'ল! ক'তা, সিতো কৈছিল,—জোন-বেলি থকালৈকে খ্ৰীষ্টান নহওঁ বুলি? দেৱতাক ফাকি দি খ্ৰীষ্টান সি কেনেকৈ হ'ল? আৰু কেনেবাকৈ সি খ্ৰীষ্টান যদি হৈছিলেই, অ'তবোৰ বাইজে গম নোপোৱাকৈ জানো থাকিল-হেঁতেন? আৰু যদি ধৰ্মান্তৰেই হোৱা নাছিল, তেনেহ'লে পুতেকে তেনে কাম কৰিবলৈ সাহসেই বা পালে ক'ৰ পৰা? গাওঁখনৰ অত'বোৰ মানুহে পুতেকৰ কাৰ্যত বাধা নিদিলেনো কিয়?···ইত্যাদি প্ৰশ্নই আজি কেইবাদিন ধৰি কংজুক ইংতিক আমনি দি আছিল। আজিও সেই একেখিনি প্ৰশ্নই তাক জুমুৰি দি ধৰিলেহি।

আঘোণমহীয়া মিঠা ৰ'দ পিঠিত লৈ এৰী-বাহৰ পৰা লেটা উলিয়াই উলিয়াই কংজুক ইংতিয়ে প্ৰশ্নবোৰৰ সমাধান কৰিবলৈ

বিচাৰিছিল,—অকলশৰে। কিন্তু, সমাধানৰ পথ বিচাৰি নাপাই সি ঘটনাটোৰ কথা মনত পেলাবলৈ ধৰিলে।

জুহালৰ কাষতে বহি ঘৈণীয়েক হান্‌ৰী ৰংফাৰপীয়ে একান্ত মনে লেটাবোৰ ভাজি আছিল। ঘৈণীয়েকক সুধিম বুলি ভাবিও সি নুসুধিলে। অনাহকতে ঘৈণীয়েকৰ মুখখন মেলাই লৈ জঞ্জাল এসোপা চপাই ল'বৰ মন নগ'ল তাৰ। বৰং চৰুত ঘঁহনি খাই সৃষ্টি হোৱা হেতাখনৰ শব্দবোৰেই তাৰ কাৰণে বেছি মিঠা।

লংজুত টেৰণ ঢুকোৱা খবৰ পাই সি শোকাকুল হৈ পৰিছিল। ইহকাল আৰু পৰকালৰ কথা চিন্তা কৰি মদ দুবটল মোনাত ভৰাই সিও ওলাই গৈছিল—লংজুতহঁতৰ চাং-ঘৰটোলৈ। তাৰ পুতেকটোৱে খ্ৰীষ্টান ঘৰৰ জীয়ৰী চপাই খ্ৰীষ্টান ধৰ্ম ল'লে কি হ'ব, বাপেক লংজুতেতো হংহাৰী হৈয়েই আছে! ইমান বছৰ একেটা অঞ্চলতে ডাঙৰ দীঘল হৈ, চ'জুন-চ'মাংকানত একেলগে খাই-বৈ হাঁহি-স্ফূৰ্তি কৰি অহা লংজুতৰ মৃত্যুত জানো নিৰ্বিকাৰ হৈ সি হাত সাৱটি বহি থাকিব পাৰে? দেহটোক অগ্নি দেৱতাই স্পৰ্শ কৰাৰ সময়ত এঢোক ফটিকা আৰু এখন তামোল যদি দিবই নোৱাৰে, তেন্তে পৃথিৱীলৈ অহাই তাৰ মিছা হ'ব। বন্ধুৰ অন্তিম যাত্ৰাৰ সমদলত সি নাযাবই বা কিয়?

কিন্তু বৰজান জুৰিৰ পাৰত থকা ৰংকিমি গাওঁখনে যি কাম কৰিলে, সি আশ্চৰ্য প্ৰকাশ নকৰি নোৱাৰিলে। কেৱল সিয়েই নহয়, লংনিত-লাংপাৰপান অঞ্চলত কাৰবি ৰাইজো হতবাক হৈ পৰিছিল ঘটনাটো দেখি। সমাজৰ পৰম্পৰাক উলংঘা কৰা কাৰ্যত বয়সীয়াল মানুহকেইখনে বিচূৰ্তি খাই পৰিছিল—সিদিনাখন। কংজুকে নিয়া মদ দুবটলো মোনাৰ ভিতৰতেই থাকিল। বিদায় ক্ষণত মদ আৰু তামোল দিয়াটো বাদেই, লংজুতৰ মুখখনকেই সি দেখিবলৈ নাপালে। কাঠৰ বাকচত ভৰাই গজাল মাৰি দিলে,

লংজুতৰ পাৰ্থিৰ দেহটোক। পুতেকৰ নিষ্ঠুৰ ব্যৱহাৰত অতীষ্ঠ হৈ হংহাৰী মানুহখিনিয়ে বিক্ষুব্ধ মন এটিৰে উভতি আহিছিল। উভতি আহোঁতে বাটতে তাৰ চৰকাৰী গাওঁবুঢ়া ছাৰমেন ৰংহাঙে মনৰ ক্ষোভ প্ৰকাশ কৰি কৈছিল,—'ফু ইংতি, সেয়া মহাপাপ কাৰ্যকে নকৰিলেনে সেই পাষণ্ডটোৱে ?'

গাওঁবুঢ়াই কোৱা কথাষাৰ মনত পৰাত কংজুকে ভাবিলে,—'ঠিকেই। পুতেক লাংনিমটোৱে বাপেকৰ ইহকাল আৰু পৰকাল সঁচাকৈয়ে নষ্ট কৰি পেলালে। দাহ নকৰা দেহটো এতিয়া গেলি-পচি যাবই, সিফালে জীৱটোও মুক্তি নাপাই ভূতহে হ'ব। ছিঃ ছি! পুতেক হৈ বাপেকৰ ইমান অহিত চিন্তিব পাৰিলে! উস্! ধৰ্মই মানুহক ইমান অন্ধ কৰিব পাৰেনে? একেখন চাঙতে থকা পৰিয়ালটো তেনেই থান-বান হৈ গ'ল। বেচেৰা লংজুতটোৱে কমখিনি যন্ত্ৰণা ভোগ নকৰিলেনে ? তাৰ চাং-ঘৰতেই স্বৰগ পৰিল —পুতেকহঁতৰ লগত একেলগে থকাৰ কাৰণে। নোদোকা গাহৰি এটা স্বৰগ দেৱতালৈ আগ বঢ়াইহে সি দেৱতাৰ ক্ৰোধৰ পৰা মুক্তি পাইছিল। চাঙৰ পৰা পুতেক-বোৱাৰীয়েকক নমাই চৰু-হাড়ী বেলেগাবলৈ সি বাধ্য হৈছিল। ইমান ডাঙৰ ঘটনা ঘটাৰ পিছত সি জানো খ্ৰীষ্টান ধৰ্ম গ্ৰহণ কৰিলে ?'

'বোলো শুনিছ, ছাবুৰা ?'—পলুভজা চৰুটো জুইৰ পৰা নমাই ঘৈণীয়েকে মাত দিলে। ঘৈণীয়েকৰ মাত শুনিও কোনো সঁহাৰি নজনোৱাত, ঘোপাকৈ তাৰ ফালে চাই তাই আকৌ মাতিলে,—'বোলো আছ নে মৰিলিয়েই ? মনে মনে ইমানকৈ কিহৰ চিন্তা কৰি আছ ?'

'কিহৰ চিন্তানো কৰিম ? তোৰ কথাকেই ভাবি আছো দে।'

'মোৰ কথা! আঃ, কোনজন ঈশ্বৰে আজি মোৰ কথা চিন্তা কৰিবলৈ সুমতি দিলে ?'

'নহয় অ'।'—এৰীবাহবোৰ ৰ'দত বহলাই দি কংজুকে ক'লে।

'নহয়নো কি? মোৰ কাৰণে জানো কেতিয়াবা ভাল কথা এটা চিন্তা কৰিবি?'

'এহ্, নহয় অ'। তোক লগ পোৱা দিনৰ কথাকেহে ভাবি আছিলোঁদে।'

কথাখিনি কৈ কংজুকে ঘৈণীয়েকৰ ফালে বেঁকাকৈ ঘূৰি চালে —প্ৰতিক্ৰিয়াৰ আশাত।

'ছিঃ কটা! বুঢ়া হোৱা নাই হ'বলা।'

'বুঢ়া নহ'বলৈ আছে নো কিটো? লঠৰ্ লঠৰ্কৈ দাঁতবোৰ চোন সৰিলেই। দাঁতবোৰৰ দৰে মনবোৰে সৰি সৰি হেৰাই যোৱা হ'লে ভালেই আছিল। পিছে কি জান?'

'কি?'—উলিয়াব ধৰা ভজা পলুখিনি ঠাইতে এৰি বিস্ময় মিহলি দৃষ্টিৰে গিৰিয়েকৰ মুখলৈ চাই ৰ'ল।

হেতাখন ধৰি তাৰ ফালে চাই থকা ঘৈণীয়েকৰ শোটোৰা পৰা মুখখন দেখি কংজুকৰ হঠাতে বেয়া লাগি গ'ল। সুকোমল অনুভূতিৰে তাৰ বৃদ্ধ মনটো আদ্ৰ' হৈ উঠিল। আঘোণমহীয়া মেঘৰ দৰে হৈ উঠা ঘৈণীয়েকৰ চুলিখিনি দেখি, তাৰ ৰঙিয়াল মনটো যেন থমকি ৰ'ল। ঘৈণীয়েকৰ সহজ মুখখনত যেন জীৱনৰ ৰহস্য, সত্য-অসত্যৰ অজস্ৰ প্ৰশ্ন, পোৱা-নোপোৱাৰ আনন্দ আৰু বেদনা যেন ভাহি উঠা সি দেখিবলৈ পালে। সকলোবোৰ দেখিও যে নেদেখা ৰহস্যই তাৰ মনত আজি ডাঙৰ প্ৰশ্ন হৈ দেখা দিছে। মায়া এইটোকে বোলেনেকি বাৰু?

'কি হ'ল, কথাটো নকৈ কি ভেবা লাগি মোৰ মুখলৈ চাই আছ?'

ঘৈণীয়েকৰ মাতত সি বাস্তৱলৈ পুনৰ ঘূৰি আহিল। চকু দুটা মোহাৰি মোহাৰি ভাবাবেশৰ পৰা সি আঁতৰি আহিল আৰু

আচল কথাটো তল পেলাই, ঘৈণীয়েকৰ মনৰ খবৰ ল'বলৈকে কথাৰ সুৰ সলাই সি ক'লে,—'এইয়া ভালৰেই নে বেয়াৰেই, মই হ'লে বুজি পোৱা নাই বুৰী। তোৰে সংতে চিনাকি কৰি দিয়া কথাবোৰ আজিচোন বৰকৈ মনত পৰিছে। তোৰ মনত আছে নে, লংপ্ৰুত্ যে মাছ ধৰিছিলোঁ ?'

'উঁ। এতিয়া আৰু দিন আছে সেইবোৰ ভাবি থাকিবলৈ ?'

'নাভাবি জানো থাকিব পাৰোঁ, ক'চোন ?'

ঘৈণীয়েক হান্ৰীয়ে একোকে ন'কলে। চৰুৰ পৰা ভজা পলুখিনি উলিয়াই আনোতে হোৱা শব্দবোৰেই যেন গিৰিয়েকৰ প্ৰশ্নৰ উত্তৰবোৰ দিবলৈ ধৰিলে। পাত এখিলাত পলু কেইটামান আৰু লাওপানী এবাটি আনি গিৰিয়েকলৈ আগবঢ়াই ক'লে,—'কাছাঙে সিজোৱা মদ। কেনে হৈছে জানো ?'

পকা থেকেৰা হেন লাওপানীখিনি ৰ'দত উজলি উঠিল। মিঠা আমেজেৰে ভৰা গোন্ধ তাৰ নাকত লাগিলহি। ইমান পৰে শুকাই ককবীয়া হেন হোৱা তাৰ জিভাখন ৰসে তিয়াই দিলেহি। দুঢোকমান খাই তাৰ পাতল গোঁফকেইডাল হাতেৰে মচি মচি সি ক'লে,—'কাছাঙৰ মদ বেয়া হ'ব পাৰেনে ? পিছে, বেচেৰাটোৰ কথা ভাবিলেই বেয়া লাগে দে।'

'কাৰ কথা ?'

'সেই লংজুতৰ কথা অ'। সিয়েই জানো আমাৰ ৰাহী-যোৰা মিলাই দিয়া নাছিল ? সি জানো খ্ৰীষ্টান হৈছিল ?'

—ভজা পলু এটা মুখত দি সি সুধিলে।

'কবৰহে দিলে বোলে ? নগ'লোঁ ভালেই হ'ল দে। যম পুৰীত পানী এটোপাৰো ব্যৱস্থা কৰি নিদিলে, পুতেকে। বাপেকক নো তেনে কৰিব পায়নে বাৰু ?'

'পাৰে পাৰে। কুলিক্ দিনত কিয় নোৱাৰে। এৰা, দিন-কাল কিবা হ'ল। বেচেৰাটোৰ এতিয়া চ'মাংকান কৰিবলৈকো কোনো নাই। পুতেকটোৱে আৰু ক'ত কৰিব? চব্ গ'ল। ল'ৰা-ছোৱালী মখা পঢ়া-শুনা কৰি এতিয়া খ্ৰীষ্টান ধৰ্মকহে ভাল বোলা হ'ল। লাহে লাহে দেখিছোঁ ঢোল, পেঁপা, গগণা সকলোবোৰ গাঁতত সোমাবগৈ। আমাৰ খৰাছিং মেম্বৰে এনেয়ে কোৱা নাছিল দেই, বোলে কানিকে খাবি, কিন্তু খ্ৰীষ্টান ন'হবি। উস্ কটা! কথাটো আজিহে বুজিলোঁ দে।'

'সিদিনাখন কাছাঙে কৈছিল নহয়—কিবা বোলে ঈশ্বৰ হেনো উৰা জাহাজত আহিছিল। তাকে চাবলৈ সকলোৱে জানো চিলঙলৈ যোৱা নাছিল?'

'অঁ। গৈছিলতোন। ৰংকিমি গাওঁখনেও বাছ এখন লৈ গৈছিল দেখোন। পিছে?'

'পিছে সেয়াই। তাৰ পৰা আহিয়েই পুতেকে জানো বাপেকক খ্ৰীষ্টান কৰা নাছিল? তই হ'বলা নাজান?'

'উঁহুঁ, নাজানোতোন।'

'কুকুৰাই উমনি লোৱাৰ দৰে ঘৰতে সোমাই থাকিলে কিটোনো জানিবি? সৌ সিদিনাখন অহা ছাৰমেন ককাইদেৱে যদি চৰকাৰী গাওঁবুঢ়া হ'ব পাৰে, ইমান বছৰে তইনো হ'ব নোৱাৰিলি কিয়? লোকে চৰকাৰী কোট-চোলা পিন্ধি দেশৰ মান বুটলিছে, আমাৰ সেয়াও নাই। কপাল!'

ঘৈণীয়েকৰ কথাখিনিয়ে তাৰ কাণ স্পৰ্শ কৰিলে। লংজুতেও খ্ৰীষ্টান হোৱা শুনি সি আচৰিত হৈ পৰিল। লংনিত বজাৰত দুয়ো একেলগে চাহ খাওঁতে কৈছিল, 'মোমাই, ল'ৰাটো বিপথে

গ'ল। পৃথিৱীখনে মোক বেয়া বুলিলেও মই তাক নিলগ কৰিলোঁ। মোৰেই দুৰ্ভাগ্য। জোন-বেলি থকা লৈকে মই হুংহাৰী ধৰম এৰি নিদিওঁ। অচিন গছৰ গুটি খাই মোৰ ইহকাল-পৰকাল নষ্ট নকৰোঁ।'

মদৰ বাটিত বিৰিঙি উঠা সূৰ্য্যটোলৈ নিৰীক্ষণ কৰি কংজুকে ভাবিলে,—'মানুহৰ মন বুজিবলৈ সঁচাকৈয়ে টান। তেনেহ'লে অচিন গছৰ গুটিকেই খালে!'

# দাপোণ

বিয়ালৈ আৰু তিনি দিন মাথোন।

কিমান যে কাম! তাতে অকলশৰীয়া মানুহ। তথাপিও শক্তিয়ে আঁটে মানে কামখিনি চিজিল লগাই মুখত তামোল এখন দি ভাবিছিলোঁ, আৰু কিবা কাম ব'ল নেকি বুলি। টাবুল এখনেৰে মুখখন মচি মচি হাৰুলংবিয়ে মুৰ ফণিয়াই আছিলহি। হঠাতে হাতৰ ফণিখন সজোৰে দলিয়াই সি কৈছিল,—'আই, তই এইবোৰ কি কৰিছ বাৰু।'

অস্থিৰ হৈ উঠা তাৰ মুখখন দেখি কিছু চিন্তিত হৈ পৰিছিলোঁ আৰু ভয়ে ভয়ে তাক সুধিছিলোঁ,—'কি হ'ল বাপু' বুলি। সি তেতিয়া দ্রেছিং টেবুলখনৰ ভগা আইনাখন দেখুৱাই কৈছিল,—'নহ'বলৈ আছেনো কিটো? এই ভগা আইনাখনেৰে হ'বলা তোৰ বোৱাৰীজনীক মুখখন চাবলৈ দিবি।' হাৰলংবিয়ে

আজি কথাটো সুঁৱৰাই দিয়াত দ্রেছিং টেবুলৰ আইনাখন সলাই নূতন কৰালো।

সন্ধিয়াৰ আগে আগে মিস্ত্রীয়ে লগাই থৈ যোৱা আইনাখন লাইটৰ পোহৰত চাই বেয়া লগা নাই। হাৰ্লংবিয়ে আনি দিয়া আকাশী ৰঙৰ কাপোৰখন আইনাখনৰ ওপৰত পেলাই এনেয়ে এবাৰ চালোঁ। বাদামী ৰঙৰ কাঠৰ ফ্রেমখনৰ ওপৰত ওলমি থকা আকাশী ৰঙৰ কাপোৰখনে সপোন-কোমল অনুভূতি এটা মনলৈ আনি দিলেহি। নীলা ৰংটোৰ সিফালে যেন আৰু বহুতো বুপ, বহুতো সপোন লুকাই আছে!

কাপোৰখনৰ পাতলি সীয়াই সীয়াই ভগা পুৰণি আইনাখনৰ কথাবোৰ মনত পেলালোঁ—এটা এটাকৈ। কাৰোবাৰ ভৰি কাটিব পাৰে বুলি গাঁতত পেলাই থৈ অহা পুৰণি ফ্রেমৰ ভগা আইনাত মোৰ পঁয়ত্রিছটা বছৰৰ জীৱনৰ সুখ আৰু দুখৰ ছবিবোৰ বন্ধা আছিল। হাৰ্লংবিয়ে বহুবাৰ কৈছিল, নতুন আইনা এখন লগাঁও বুলি। মই কেৱল বুজাইছিলোঁ, মুখখন চাবলৈ ইমান ডাঙৰ আইনা নালাগে আৰু সময়ত প্রয়োজন হ'লে ভাল গ্লাছৰ নতুন আইনা এখন লগাম বুলি তাক কথা দিছিলোঁ। মনৰ গোপন কোণত কিন্তু থিৰাং কৰিছিলোঁ, মোৰ জীৱনকালত আইনাখনৰ সলনি নকৰোঁ বুলি।

এৰা, এই ভগা আইনাখনৰ ফ্রেমটোৰ মাজত লুকাই থকা জীৱনৰ বেদনাখিনি মোৰ বাহিৰে কোনেও নাজানে। আনকি, লাৰ্ছিকা আৰু হাৰ্লংবিও নাজানে সেই ভগা আইনাখনৰ ভাঁজে ভাঁজে বৈ থকা অভিশপ্ত ছাঁবোৰৰ কথা। সেই নিশাটোৰ কথা মনত পৰিলে আজিও মই আতংকিত হৈ সিয়ৰি উঠোঁ। বহল আকাশখনলৈ চাওঁ—অসহায়ভাবে।

সেই নিশাও মই অসহায়ভাবে চাইছিলোঁ। আকাশখনে

তেতিয়া কান্দিছিল—সহস্ৰ নয়নেৰে। ময়ো কান্দিছিলোঁ। ওৰে নিশাটো কান্দিছিলোঁ। সেই নিশাটো আছিল—সঁচাকৈয়ে এক ক্ৰন্দিত নিশা।

মাটিত সিঁচৰিত হৈ পৰি থকা আইনাৰ টুকুৰাবোৰলৈ চাই চাই নীৰৱে কান্দিছিলোঁ। বুকুৰ ওপৰেদি ফালি ওলমি পৰা ব্লাউজৰ টুকুৰা দেখি শোকে মোক খুন্দা মাৰি ধৰিছিল। গভীৰ নিদ্ৰাবে বিছনাত শুই থকা মোৰ নিষ্পাপ ল'ৰা-ছোৱালী দুটিলৈ চাইছিলোঁ—অসহায়ভাবে। সিহঁত হালক দেখি মোৰ দুচকুৰ পৰা জৰ্জৰাই চকু-পানী বৈ আহিছিল। চাদৰখনেৰে চকু-পানী মচি মচি ভাবিছিলোঁ—তিনিটা বছৰ অতিক্ৰম কৰা মোৰ বৈধব্য জীৱনৰ কথা। চূৰ্ণাকৃত ড্ৰেছিং টেবুলৰ আইনাখনলৈ চাই চাই বিচাৰিছিলোঁ - মোৰ প্ৰত্যাহত জীৱনৰ সঁচা পথ। উচুপি উচুপি নিজকে প্ৰশ্ন কৰিছিলোঁ—নাৰীৰ জন্ম কেৱল পুৰুষৰ ভোগৰ কাৰণেই নেকি? নাৰী সঁচাকৈয়ে আত্ম চেতনাহীন এক জড় পদাৰ্থ নেকি? নাৰীৰ মৰ্যদা তেন্তে এইখন পুৰুষ সমাজতো শেষ হ'ল? দেৱতাৰ নিচিনা মানুহো ইমান তললৈ খহি যাব পাৰে বুলি মোৰ ধাৰণাই অহা নাছিল।

মোৰ বৈধব্য জীৱনত সেই মানুহজনৰ আগমন এক দেৱদূত স্বৰূপ আছিল। মোৰ দৰে এগৰাকী সম্বলহীন নাৰীৰ কাৰণে মানুহজনে মোক জীয়াই থকাৰ সাহস দিছিল। লাৰ্ছিকাৰ দেউতাৰ মৃত্যুৰ সময়ত মানুহজনে আহি সান্তনা দিছিল। হাৰ্লংবি তেতিয়াও মোৰ গৰ্ভত। তাৰ জন্মৰ সময়তো টকা-পইচা আনকি ডাক্তৰ-নাৰ্চ পৰ্যন্ত মতাই আনি সহায় কৰি দিছিলহি। মানুহজনৰ প্ৰতি কৃতজ্ঞ হৈ লাৰ্ছিকাক পৰিচয় কৰাই দিছিলোঁ—তোৰ পুনু, তোৰ খুড়া বুলি। মানুহজনৰ সৌহাৰ্দপূৰ্ণ ভাব দেখি ময়ো অন্তৰেৰে শ্ৰদ্ধা কৰিছিলোঁ।

লাৰছিকাৰ দেউতাকৰ মৃত্যুৰ সময়ত মোৰ বয়স তেনেই কম আছিল। ইমান কম বয়সতে বিধবা হোৱাটো মাৰ সহ্য হোৱা নাছিল। মায়ে পাহাৰৰ ঘৰলৈকে আমাক লৈ যাবলৈ আকৌ এবাৰ জোৰ কৰিছিলহি। শহুৰ-শাহুৰেও ডিফুত থকাটো নিবিচাৰিছিল। মই মান্তি নহৈছিলোঁ। অতি দুখেৰে মাক কৈছিলোঁ,—'মা, মোক উভতি যোৱাৰ কথা আৰু নকবি। কপালত যি হ'বলগীয়া আছিল হ'ল। ইহঁতৰ দেউতাকে কিমান কষ্টেৰে টাউনৰ মাটিত ঘৰখন সজাইছেহি। এই ভেটিটত বন গজিলে, মোক পাপে চুব, মা। গাঁৱলৈ গৈ মই কি কৰিম? ইয়াত থাকিলে ইহঁত হালক অন্তঃত মানুহ কৰিব পাৰিম। লাগিলে ভিক্ষাকে কৰি খাম, তথাপিও ঘৰলৈ উভতি নাযাওঁ। নাখাই নবৈ মৰিবলগীয়া আছে যদি এই ভেটিটতে মৰিম।'—এই বুলি কৈ কোলাত থকা হাৰলংবিৰ মুখলৈ চাই শোক সম্বৰণ কৰিছিলোঁ। মোক মান্তি কৰাব নোৱাৰি মাহঁত এদিন ঘৰলৈ ঘূৰি গৈছিল।

সময় বাগৰাৰ লগে লগে লাৰছিকাৰ দেউতাকৰ মৃত্যুশোক পাহৰিব ধৰিলোঁ। মানুহজনৰ সহায়-সহানুভূতিয়ে মোৰ বৈধব্যৰ দুখ-কষ্ট পাহৰাত যথেষ্ট সহায় কৰিছিল। হ'ল বুলিনো মানুহজনে সদায় কেনেকৈ চাব? মানুহজনক লগত লৈ এদিনাখন চি-ই-এমৰ ঘৰত গৈ মোৰ দুৰ্ভাগ্যৰ কথাবোৰ কৈছিলোঁগৈ। চি-ই-এমজনে মোক দিব পৰা চাকৰি নাই বুলি কৈছিল। তেতিয়া মানুহজনে মোৰ কোলাত থকা হাৰলংবিক দেখুৱাই চি-ই-এমক বুজাইছিল,—'আপোনালোক থাকোঁতে যদি এই শিশুটোৰ জীয়াই থকাৰ ব্যৱস্থা কৰি নিদিয়ে, তেনেহ'লে কোনে কৰিব? স্কুল ঘৰ সৰা, পানী এবাল্টি আনি দিয়া, স্কুলৰ বেলটো বজাই দিয়া, ডেক্‌ছ-বেঞ্চ ঠিক কৰা কামবোৰ দেখোন তাই কৰিব পাৰে।

ৰংখেলান্, এল-পি স্কুলত চকীদাৰণীৰ কামটোকে দি মানুহজনীক সহায় কৰি দিব পাৰে দেখোন।'

এৰা মানুহজনৰ সহায়ত চাকৰিটো পাই মই অভিভূত হৈ পৰিছিলোঁ আৰু মানুহজনক শ্ৰদ্ধা নকৰি নোৱাৰিছিলোঁ। মোৰ পৰা শ্ৰদ্ধা আৰু আদৰ পাই মানুহজনৰ অহা-যোৱা আগতকৈ অধিক হ'ল। লাৰছিকাহঁতেও পৰ বুলি ভাবিবলৈকো পাহৰিলে। মানুহজনৰ ওপৰত মই কোনো সন্দেহৰ চকুৰে চোৱা নাছিলো। সন্দেহ কৰিবলৈকো কোনো স্থল নাছিল। ধুনিয়া আৰু স্বাস্থ্যৱতী এগৰাকী পত্নীসহ তিনিটি সন্তানৰ পিতৃ সি। সন্দেহ কৰাৰ কোনো সুৰুঙাই নাছিল মানুহজনৰ। এনে এজন পুৰুষৰ মনত মোৰ দৰে বিধবা এজনীৰ প্ৰতি কামনাৰ ভাব নহাটোৱেই স্বাভাৱিক।

এদিনাখন স্কুললৈ যোৱাৰ আগতে দ্ৰেছিং আইনাখনত চাই চাই নিজকে সজাই তুলিছিলোঁ—নিৰলে। লাৰছিকাই ভায়েকক লৈ পিচ চোতালত খেলি আছিল। চাকৰিটো হোৱাৰ পিচত মোৰ হেৰোৱা যৌবনক পুনৰ ঘূৰাই পাইছিলোঁ। আইনাখনত মোৰ ৰূপ দেখি খন্তেকৰ বাবে পাহৰি গৈছিলোঁ—বৈধব্য জীৱনৰ কথা। আই-ব্ৰুটিৰে চকুৰ চুক্‌টোত ঈষৎভাৱে আঁক এটা দিওঁতেই মানুহজনে সোমাইছিলহি। হঠাতে কোনোবা ওলাবহি বুলি ভবাই নাছিলোঁ। বহিবলৈ কোৱাতো মানুহজনে নবহি অপলক দৃষ্টিৰে মোৰ মুখলৈকে চাই থৈ আছিল। একেৰাহে চাই থকা দেখি লাজে মোক হেঁচি ধৰিছিল। মুহূৰ্তৰ বাবে মই যেন পিঞ্জৰাবদ্ধ হৈ পৰিছিলোঁ মানুহজনৰ দৃষ্টিত। এখন্তেক ৰৈ মানুহজন আঁতৰি গৈছিল—এটি অদ্ভুত মিঠা হাঁহিৰে। মানুহজন আঁতৰি যোৱাত, চকুৰ আঁকডাল ঠিক কৰোঁতেহে মন কৰিছিলোঁ,—লাৰছিকাই গুঁজি থৈ যোৱা খোপাৰ তগৰ ফুল

পাহলৈ। মুৰত গুঁজি লোৱা ফুল-পাহ দেখিয়েই চাগে মোৰ প্ৰতি মানুহজনৰ দৃষ্টিভঙ্গী সলনি হৈছিল।

সেই দিনাখনৰ পৰা মানুহজনৰ ভাৱ-ভঙ্গীৰ পৰিৱৰ্তন হোৱা দেখিছিলোঁ। দিনটোৰ ভিতৰত এবাৰ মোক দেখা কৰাটো মানুহজনৰ স্বভাৱত পৰিণত হৈ উঠিছিল। আবেগ বিহ্বল দৃষ্টিৰে মোক চাব ধৰিছিল। মানুহজনৰ সান্নিধ্যই মোকো চঞ্চল কৰি তুলিছিল। সাময়িকভাৱে মই নিজকে পাহৰি গৈছিলোঁ—মই এগৰাকী বিধৱা বুলি।

আচলতে মানুহজন মোৰ ৰূপত মুগ্ধ হৈ পৰিছিল। মানুহজনৰ চাৰিত্ৰিক দুৰ্বলতা সেইটোৱেই। পুৰুষৰ এনে দুৰ্বলতা থকাটো স্বাভাৱিক বুলিয়েই মোৰ ধাৰণা আছিল। নাৰীৰ ৰূপে হেনো পুৰুষক জ্বলাই মাৰিব পাৰে। হয়-ঈ মুৰ ৰূপৰ বাবেইতো তাহানিতে সেই অথন্তৰ ঘটিবলৈ পাইছিল!

ময়ো ধুনীয়া আছিলোঁ হেনো। পিনী-পেকক পিন্ধি ওলাই গ'লে যিমান ধুনীয়া লাগে, তাতোকৈ ধুনীয়া লাগে হেনো শাড়ীখন পিন্ধি গ'লে। মোক হেনো পাহাৰী ছোৱালী যেন নালাগেই। শাড়ীখন পিন্ধি বজাৰলৈ ওলাই গ'লে যে মানুহে মোক কাৰবি ছোৱালী বুলি ধৰিবই নোৱাৰে। হয়হিলে হেনো মোক অদ্ভুত ধুনীয়া লাগে।

সৰুতে আৰু আয়ে মৰমতে মোক মাতিছিল—হান্‌জাং আংফাৰূপী বুলি। সবিয়হ ফুলৰ নিচিনা হেনো মোৰ দেহৰ বৰণ। মায়ে মোৰ নাম ৰাখিলে—ৰূপ্‌লীন্ বুলি। পাহাৰী ৰূপ-মাধুৰীমা হেনো মোৰ দেহৰ ভাঁজে ভাঁজে। কথাবোৰ কিমান সচাঁ মই নাজানোঁ। বজাৰলৈ ওলাই গ'লে মানুহে কিন্তু উভতি উভতি চাইছিল। মোৰ আজিও মনত পৰে—ডিফু দলঙৰ ৰেলিঙৰ ওপৰত বহি চেঙেলীয়া ল'ৰাবোৰে আলেঙে আলেঙে

মোলৈ চাই থকা দৃশ্যলৈ। মোৰ চুলিও হেনো অনন্যা। দোকানত কাপোৰ চাই থাকোঁতে কাষৰ মহিলাসকলে মোৰ মূৰৰ চুলিখিনিলৈ আগ্ৰহেৰে চাই থকা গম পাইছিলোঁ। মুঠতে ডিফু চহৰৰ বহুতৰে চকুত মই হৈ পৰিছিলোঁ এক অনামী চিত্ৰতাৰকা।

মোৰ দেহৰ ভাঁজে ভাঁজে প্ৰকাশি উঠা যৌৱনৰ আকুল আহ্বানে মানুহজনক উদ্বাউল কৰি তুলিছিল। নিজৰ ঘৰখনৰ কথাকো মানুহজনে পাহৰিব ধৰিছিল। ওচৰ-চুবুৰীয়াৰ মাজত বু বু-বা বা কৈ কথা ওলোৱাও গম পাইছিলোঁ। এইবোৰ কথা শুনিয়েই সম্ভৱ এদিনাখন মানুহজনৰ ঘৈণীয়েক আমাৰ ঘৰত ওলাইছিলহি। চাহ-কাপ কৰি দিওঁতেও মানুহ গৰাকীয়ে গ্ৰহণ নকৰিছিল—মনৰ ক্ষোভ প্ৰকাশ কৰি। উভতি যোৱাৰ সময়ত মোক সকীয়াই থৈ গৈছিল– বাহিৰত প্ৰচাৰ হোৱা কথাবোৰ যদি কেনেবাকৈ সঁচা হয়, তেনেহ'লে ফাঁচ্ লাগি মৰিব বুলি।

কথাবোৰ গৈ মাষ্টৰনী বাইদেউৰ কাণতো পৰিছিলগৈ। স্কুল ছুটীৰ পিচত চাহ খাওঁতে বাইদেৱে মোৰ মুখৰ ফালে চাই বুজাইছিল,—'ৰূপ্‌লিন্! আনৰ ঘৰ ভাঙি তই জঞ্জালখনচ পাই নলবি। ল'ৰা-ছোৱালী দুটাৰ আলৈ-আথানি হ'ব। কেনেবাকৈ এই বদ্‌নাম হ'বলৈ পালে, তোৰ চাকৰি মই ৰাখিব নোৱাৰিম। ঈশ্বৰে তোক সুমতি দিয়ক আই।'

ঘৰলৈ আহি পাৰে মানে কান্দিছিলোঁ। সযতনে আঁৰি থোৱা লাৰ্‌ছিকাৰ দেউতাকৰ ফটোখনলৈ চাই চাই উচুপিছিলোঁ। মোৰ নিঠৰুৱা জীৱনৰ কথা ভাবি শোকত মই ভাগি গৈছিলোঁ। সকলো কথা বিৰৰি আমাৰ ঘৰলৈ অহাটো এৰি দিবলৈ মানুহজনক কম বুলি থিৰাং কৰিছিলোঁ।

কিন্তু, সেই ঘটনাটোৱে মানুহজনৰ প্ৰতি থকা মোৰ সকলো ধাৰণা মুহূৰ্ততে ধূলিসাৎ কৰি দিছিল। ইমান দিনে সাঁচি থোৱা

শ্ৰদ্ধা, ভক্তি, আত্মীয় অনুভূতি নিমিষতে মোৰ মনৰ পৰা হেৰাই গৈছিল। মানুহজনৰ অন্তৰত লুকাই থকা কামুকতাৰ বিভৎস ৰূপটো প্ৰকাশ পোৱাৰ লগে লগে মোৰ অন্তৰত ঘৃণাৰ ভাবেৰে ভৰি পৰিছিল – মানুহজনৰ ওপৰত।

উস্! সেই আতংকিত নিশাটোৰ কথা ভাবিলে যে আজিও মই উচপ্ খাই উঠোঁ। সেই ৰাতি মই মনৰ অস্হিৰতাত ভুগিছিলোঁ। বাহিৰত তেতিয়া বতাহ। দুৱাৰৰ ফাঁকেৰে বতাহজাক সোমাই ড্ৰেছিং আইনাৰ পৰ্দাখন অস্হিৰভাবে কঁপাই আছিল। হাৰ্লংবিক কাষলৈ চপাই ভাবিছিলোঁ—চুবুৰীয়া মানুহখিনিৰ সন্দেহজনক দৃষ্টিৰ কাৰণ, মানুহজনৰ ঘৈণীয়েকৰ সকীয়নি, আৰু মাষ্টৰনী বাইদেউৰ উপদেশৰ কথাবোৰ। কথাবোৰ জুকিয়াই জুকিয়াই বিচাৰিছিলোঁ – মোৰ জীৱনৰ সঁচা পথ। বিচাৰ কৰি চাইছিলোঁ—মোৰ বৈধব্যকালৰ গতি-পথত ক'ৰবাত নৈতিকতাৰ স্খলন ঘটিছিল নেকি?

লাহে লাহে বতাহজাক টান হৈ আহিছিল। কুঁচি-মুচিকৈ শুই টোপনি যোৱা লাৰ্ছিকাৰ গাত চাদৰ এখন দি লেমৰ পোহৰ কমাই উৰলিব ধৰা ঘৰখনৰ কথা ভাবিছিলোঁ। বিজুলীৰ তিৰ্বিৰণি দেখি বৰষুণৰ উমান পাইছিলোঁ। ভয় খাইছিলোঁ – বতাহ-ধুমুহাত ঘৰখন ভাগে বুলি। হঠাতে দুৱাৰত শব্দ শুনি কাণ পাতি শুনিছিলোঁ। মানুহজনৰ মাত শুনি কিছু শংকিত হৈ পৰিছিলোঁ। ইমান নিশা মানুহজনে মোক বিচাৰি অহাত সন্দেহ হৈছিল। তথাপিও দুৱাৰখন খুলি দিছিলোঁ—আমাৰ হিতকাৰী আত্মীয় লোক বুলি ভাবি।

কিন্তু, মানুহজনৰ মাতাল ৰূপ দেখি মই ভয় খাইছিলোঁ। তাতোকৈয়ো বেছি ভয় পাইছিলোঁ—মানুহজনৰ কামাৰ্ত দৃষ্টি দেখি। মোক দেখি মানুহজন ফোপাইছিল আৰু মোৰ দেহৰ

অনাবৃত স্থানবোৰলৈ তাৰ কামাৰ্ত দৃষ্টিয়ে আতংকজনকভাৱে বিচৰণ কৰিবলৈ প্ৰয়াস কৰিছিল! মই কিংকৰ্তব্য বিমূঢ় হৈ পিচ হোঁহকি যাবলৈ যত্ন কৰিছিলোঁ। সি মোৰ বাধা নামানি মোক বলাৎকাৰ কৰিবলৈ হেঁচি ধৰিছিল। মানুহজন তেতিয়া এক চেতনাহীন পশুৰ দৰে হৈ পৰিছিল। ভয়, আতংকত মই যেন হঠাতে জড়তা প্ৰাপ্ত হোৱাৰ দৰে হৈ পৰিছিলোঁ। মোৰ যেন আত্ম-বিলুপ্তি ঘটাৰ উপক্ৰম হৈছিল। মোৰ সেই দুৰ্বল সুযোগ পাই তাৰ কামনা চৰিতাৰ্থ কৰিবলৈ আগ বাঢ়িছিল। এনে মুহূৰ্তত মোৰ চেতনা ঘূৰি অহাত, মই এক দৈব-শক্তিৰে শক্তিশালী হৈ উঠিছিলোঁ। মোৰ নিৰাশ্ৰয় জীৱনৰ সুযোগ লৈ মোৰ নাৰী-সত্বাক অপমান কৰিব বিচৰা দেখি মই হঠাতে ৰণচণ্ডী হৈ উঠিছিলোঁ আৰু মানুহজনক সজোৰে ঠেলা মাৰি মাটিত পেলাই দিছিলোঁ। ঠেলামাৰি দিওঁতে, তাৰ হাতখনে মোৰ ব্লাউজ্ ডোখৰ ফালিলৈ গৈছিল। মাটিৰ পৰা উঠি মানুহজনে মোৰ ফালে আকৌ আহিবলৈ চেষ্টা কৰা দেখি, মই কাষতে থকা গিলাচটোৰে মানুহজনৰ গালৈ মাৰি পঠিয়াইছিলোঁ। গিলাচটো গৈ দ্ৰেছিং টেবুলৰ আইনাত 'ঠনৰ' কৰি লাগি আইনাৰ টুকুৰাবোৰ চিটিকি পৰিছিল। চঁক-খাই 'মা' বুলি লাৰছিকাই চিঞৰি উঠিছিল। মোৰ মূৰ্তি দেখি মানুহজনে খোলা দুৱাৰেৰে প্ৰায় দৌৰি যোৱাদি গুচি গৈছিল। বাহিৰত তেতিয়া ববষুণ। দুৱাৰখন বন্ধ কৰি হাৱলংবিক সজোৰে সাৱটি ধৰিছিলোঁহি। 'কোন আহিছিল মা' বুলি লাৰছিকাই ভয়ে ভয়ে সুধিছিল। বলিয়া কুকুৰ অহা বুলি কৈ তাইক মনে মনে শুই থাকিবলৈ কৈছিলোঁ।

তেতিয়াৰে পৰা মানুহজনে এইফালে মুখ কৰাহি নাই। নিজৰ কৃতকৰ্মৰ লজ্জাৰে মানুহজন আজি মুখ তুলি মোলৈ চাব

নোৱাৰা হ'ল। অকালতে বুঢ়া হৈ পৰা মানুহজনক দেখিলে কেতিয়াবা বেয়াও লাগে।

এৰা, সেই ঘটনা আচলতে মোৰ নৈতিক বলৰ অগ্নি পৰীক্ষাৰ দৰে আছিল। কেনেবাকৈ মই পৰাজয় বৰণ কৰা হ'লে আজি হাৰ্‌লংবিক মানুহ কৰি তুলিব হয়তো নোৱাৰিলোঁহেঁতেন। মোৰ পুৰণি ভগা আইনাৰ সমাধিৰে মোৰ জীৱনৰ সেই অভিশপ্ত নিশাটোৰো আজি সমাধিস্থ হ'ল – কোনেও নজনাকৈ। □

# বন ফৰিঙৰ গীত

ম'হটো হেৰোৱা আজি দুমাহেই হ'ল।

সৰিয়হ তলীত মৰণা মাৰি থাকোঁতেই খুটিৰ পৰাই নাকী ছিগি গুচি গৈছিল —ম'হটো।

যি গ'ল, গ'লেই। আজিলৈকে ঘূৰি নাহিল। মাঘ গ'ল, ফাগুণো গ'ল। চ'ত মাহো যাবৰ হ'লেই। বকলীয়াৰ ধন গাওঁবুঢ়াই কৈছিল,— বিহুলৈ দুসপ্তাহো নাই বুলি।

ছাৰমেন ইংতিয়ে ভাবিছিল—আন আন বছৰৰ দৰেই উদং-ফুৰা হ'লেই নিজেই খুটি ল'বহি।

কিন্তু ক'তা? গাঁৱৰ অতবোৰ ম'হ আহিল, তাৰ ম'হটোহে খুটি নললেহি।

সি নিবিচৰা ঠাই জানো আছে?

কংজুক্, মেক্‌বি, হাম্‌পুৰ আৰু যে কিমান নাম জনা নজনা পাহাৰত বিচাৰিলে—তাৰ ম'হটোক! মাটি-খলাৰ বাহিৰেও

ম'হে দাব্ ল'ব পৰা ঠাইবোৰ, হোৰপনি-গেজেপনিবোৰতো সি বিচাৰ কৰিলে। আনকি, পদুম পুখুৰীৰ পৰা চিকাৰী পথাৰলৈকে সি নিবিচৰা ঠাই আৰু নাই।

কিন্তু, তাৰ ম'হটোৰ কোন শুং-সূত্ৰকে সি নাপালে।

দুই একে ম'হটো চোৰৰ হাতত পৰা বুলিও ক'লে। হাওৰাঘাট, ডবকা আদি বজাৰবোৰত খবৰ কৰিবলৈকো উপদেশ দিলেহি। কিন্তু, তাৰ বিশ্বাস নহয়। যিহে ম'হ, তাৰ শিং দেখি স্বয়ং যমেও ওচৰ চাপিবলৈ সাহ নকৰিব। বকলীয়া বজাৰত ধন গাঁওবুঢ়াই পৰামৰ্শ দিছিল—থানাত এজাহাৰ এখন লেখি জনাবলৈ। লাগিলে গাওঁবুঢ়াই থানালৈ গৈয়ো সহায় কৰি দিব। তাৰ স'ত নগ'ল। জানোচা, নলগা জেওত লাগেগৈ!

দিন যায় মানে তাৰ চিন্তা বাঢ়িবলৈ ধৰিলে।

হালৰ একমাত্ৰ ম'হ। ম'হটো নাপালে বাৰু তাহাঁতৰ মাটি কেইডৰা চহাব কেনেকৈ? অন্য এটা ম'হ কিনিবলৈকো আজি কালি হাজাৰৰ তলত নাপায়েই। টকা এশকো সাঁচিব নোৱাৰা ছাৰমেনে ইমানগাল টকা পাব ক'ৰ পৰা? এইবোৰ কথা ভাবিলে তাৰ মন ভাগি যোৱাৰ দৰে হয়।

অৱশেষত ছাৰ্‌মেনে মদ এবটলেৰে মান ধৰি ৰাম্‌নং ইংতিৰ তাত মঙল চোৱালেগৈ। মঙল চাই ৰাম্‌নঙে কৈছিল,—'এহ্ ভাই ম'হটো আছে। তই দুই এদিনতে নিশ্চয় খবৰ পাবি।' কথাটো শুনি তাৰ মুখলৈ পানী অহা যেন হৈছিল।

ৰাম্‌নং ইংতিয়ে মঙল চাই কোৱা কথা হেনো জোনি-বেলিৰ দৰেই সঁচা। লাংফেৰ মৌজাৰ ভিতৰত সিয়েই হ'ল—আটাইতকৈ ডাঙৰ পূজাৰী। এনেহেন পূজাৰীৰ গণনা কেতিয়াও মিছা হ'ব নোৱাৰে।

যদি মিছাই হয়, তেনেহ'লে কাৰ্‌জং আৰুৰৰ সেই মকৰাটো

আছে ক'ৰ পৰা? কুটা এডালো নথকা চোতালত বগাই অহা মকৰাটো জানো মিছা?

চকুৰ আগতে গণি গণি বান্ধি থোৱা গোট চাউলবোৰৰ হৰণ-ভগন কিদৰে হ'ব পাৰে?

আৰু যদি মিছায়েই হয়, তেনেহ'লে জোৰেৰে খলিয়াই দিয়া গোট কণীটো নভগাকৈ থাকে কেনেকৈ?

এইবোৰতো মিছা নহয়! এনেবোৰ আশ্চৰ্য কাৰ্যত দৈৱ-শক্তিৰ হাত নাই বুলি কোনে ক'ব?

ৰাম্‌নং ইংতিৰ চোতালত হেনো স্বয়ং হাম্‌পুৰ পাহাৰৰ দেৱতাও নামি আহে। আনকি, তাৰ মন্ত্ৰশক্তিত বতাহ-বৰষুণ পৰ্যন্ত শাম কটা হেনো দেখিছে। এনেহেন দৈবশক্তি সম্পন্ন ৰাম্‌নং ইংতিয়ে মঙল চাই পোৱা সত্যক বিশ্বাস নকৰাৰ কোনো অৰ্থ থাকিব নোৱাৰে।

কিন্তু, মঙল চোৱা আজি এ সপ্তাহৰো বেছি হ'ল। সিতোন কৈছিল, দুই এদিনতে খবৰ পাম বুলি। এৰা, ভগা কপালত বোলে কণীৰ কুহুমটোও নোহোৱা হয়। মোৰো সেই দশাই হ'ল নেকি?— ছাৰমেনে কথাবোৰ ভাবিবলৈ ধৰিলে।

ছাৰমেন নিৰাশ ন'হল। মঙল চাই পোৱা সত্যৰ ওপৰত তাৰ ভৰষা আছে। ঈশ্বৰৰ ওপৰত ভৰষা ৰাখি সি আজি ম'হ বিচাৰি ওলাই গ'ল,—চংচিংনাং পাহাৰৰ হাৰৰ অঞ্চলত। লগত তাৰ নাতি—কুৰ্‌না।

কাঠনিৰ মাজে মাজে যোৱা লুংলুঙীয়া বাটটোৰে দুয়ো আগুৱাই যাব ধৰিলে—নীৰৱে। গছৰ ডাল-পাতৰ ফাঁকবোৰেৰে সৰকি অহা সুৰুযৰ পোহৰবোৰ কুৰ্‌নাৰ ফটা চোলাৰ ওপৰত পৰি পৰি যাব ধৰিলে। পোহৰ আৰু ছাঁৰ এই লুকা-ভাকুবোৰে যেন সিহঁতৰ গতিৰ কথাকে ক'ব বিচাৰিছে—অবিৰতভাবে।

কি হ'ল বাৰু ম'হটো?—জুয়ে পুৰি ছাই কৰা সন্মুখৰ ফালে চাই সি নিজকে প্ৰশ্ন কৰিলে। খাৰ পাতেৰে মেৰিওৱা ধপাত হুপি হুপি সি ভাবি যাব ধৰিলে,—

ফাগুণ-চ'তত সাধাৰণতে ম'হ-যুজ লাগেই। মণ্ডল মাৰি মাৰি ফেৰ পাতি গোনা ম'হবোৰে যুজাৰ বতৰ এইটো। ক'ৰবাত যুজ লাগি ঘূণীয়া হৈ পৰি আছেনেকি বাৰু? মণ্ডল চাই ৰাম্‌নণ্ডেতোন কৈছিলেই···

'ককা, আজি আমাৰ ল'ৰপক দেখা পামেই জান?'

শুকান পাতবোৰ গছকি গছকি গৈ থকা নাতিয়েক কুৰ্‌নাৰ মাতত তাৰ চিন্তাৰ গতি সলাই দিলে। অতপৰে পুৰণি বিশ্বাসৰ প্ৰমূল্যৰে বাস্তৱৰ ৰূপক চাবলৈ তাৰ পুৰণি মনটোৱে সংগ্ৰাম কৰি কৰি আহি আছিল! তালৈ উভতি চোৱা উৎফুল্লিত নাতিয়েকৰ মুখলৈ চাই সি ক'লে—

'হয়নে? কেনেকৈ জানিলি?'

'সপোনত তাক দেখিছোঁ, জান।'

'সপোনত!'

'অ'। মই হেনো তাক নাকিত ধৰি টানি আনিছোঁ। কিন্তু কি, জান ককা?'

'কি? ক চোন।'

'তাৰ শিং এটা হেনো ভগা। মোৰ যে ইম্‌মান বেয়া লাগিছিল, জান।'

'হয়নেকি? বেচেৰাটো কাৰোবাৰ লগত যুজ লাগিছিল হ'ব পায়।'

'অ' তোন। নহ'লে কেনেকে ভাগিব বাৰু তাৰ শিংটো? মোৰ যে এক্কেবাৰে কান্দি দিবৰ মন গৈছিল জান, ককা!'

নাতিয়েকৰ কথা শুনি ছাৰমেনৰ মন হঠাতে গধুৰ হৈ গ'ল।

ম'হটো হেৰোৱাত নাতিয়েকেও যে বেদনা অনুভৱ কৰিছে, ইমান দিনে সি উপলব্ধিকে কৰিব পৰা নাছিল। বাটৰ কাষৰ বন-পাত টানি, ইটো সিটো বুটলি আগে আগে গৈ থকা নাতিয়েকলৈ চাই সি কিছু আচৰিতো হ'ল—তাৰ মনৰ পৰিবৰ্তনৰ কথা জানি।

তেন্তে ই বাপেকৰ দৰে ঘৰখনলৈ পিঠি দিয়াৰ দৰে নহ'ব চাগৈ।—ছাৰমেনে ভাবিলে।

'ককা, তই সপোন বিশ্বাস কৰ জানো ?'

'কৰোঁতোন। বল, বল। সৌৱা, চংচিংনাং পাহাৰ পালোঁহিয়েই।'—সন্মুখৰ পাহাৰটোলৈ আঙুলিয়াই আঙুলিয়াই দি ছাৰমেনে ক'লে।

'মোৰ যে আজি ইমান ভাল লাগিছে !'

'কিয় ?'

'ইয়াত যে ইম্‌মান চৰাই ! আমাৰ গাঁৱত নেদেখা চৰাইচোন ইয়াত ঢেৰ। ককা, তই কৈছিলি নহয়, ৰ'জাৰ্ এটা ধৰি দিম বুলি। আজিয়েই ধৰি নিদিয় কিয় ? মই ধুনীয়াকৈ সজাত ভৰাই থম জান। আমাৰ যে ম'হ খুটিটো আছে নহয়, তাতেই এক্‌গাল উঁই চিৰিঙা আছে, জান। সি কষ্ট নাপায়। উঁই চিৰিঙাবোৰ চুঙাত ভৰাই থম। ভোক লাগিলেই খাব পাৰিব সি। কিমান যে ভাল লাগিব নহয়, ককা ?'

'ৰ'জাৰ্ ধৰি দিম বাৰু। আগতে তোৰ ল'ৰপ্‌টোৰ খবৰ লওঁ বুলিছ।'

এবা, সৰুতে সিও ৰ'জাৰ্ পুহিছিল। এঠাৰে ৰ'জাৰ্ ধৰি ধৰি নেজ সংগ্ৰহ কৰিছিল আৰু চ'মাংকানৰ সময়ত তাৰ খোপা চুলিত নেজৰ থুপা গুঁজি নৃত্য কৰিছিল। ঢোল বজাই থাকোঁতে, গাভৰু জাকে এমোকোৰা হাঁহিৰে তালৈ চাইছিল—

নিবিড়ভাবে। জিৰ্ছং কৰিছিল—যৌৱন ভৰা দেহ আৰু প্ৰকৃত নতুন সাহসেৰে।

কিন্তু আজিচোন সেইবোৰ হেৰাই গ'ল—ঠিক তাৰ ম'হজাক এটা এটাকৈ নাইকিয়া হোৱাৰ দৰেই। হেৰোৱা ম'হটোৰ বেদনাৰে তাৰ এৰি অহা জীৱনৰ মধুৰ স্মৃতিবোৰ একাকাৰ হৈ, চ'তমহীয়া বনাঞ্চলৰ দৰেই বেদনাহত হৈ উঠিল···তাৰ বৃদ্ধ মনটো। বতাহত ভাহি অহা অৰণ্যৰ চিনাকি গোন্ধবোৰে তাৰ মনটোক আৰু বেছিকৈ জোঁকাৰি দিবহি ধৰিলে। পলাশ আৰু শিমলুৰে ভৰা জনুয়ে পুৰা বৰতানিৰ ফালে নিৰীক্ষণ কৰি কৰি সি ভাবি গ'ল—তাৰ হেৰোৱা ম'হটোৰ কথা—

কুৰ্নাৰ আজু ককাকৰ দিনৰ পৰাই সিহঁতৰ পৰিয়ালে ম'হ পুহি আহিছে। পাহাৰৰ পৰা উঠি আহোঁতে, টিকক্ জুৰিৰ পাৰত বৰতানি ভাঙি খেতি কৰিছিলহি—সেই ম'হ জাকেৰে। কোৰখনেৰে আৰু ম'হজাকৰ গচকেৰে মাটি চহাই খেতি কৰিছিল—সিহঁতে। হাল চলাবই নাজানিছিল তেতিয়া। বালিজানৰ মহং গাঁওবুঢ়াই নাঙলেৰে খেতি কৰাবলৈ সিহঁতক শিকাইছিল। নাঙলেৰে মাটি চহাই সিহঁতে উপলব্ধি কৰিছিল—জীৱনৰ নতুন ৰূপ। সিহঁতৰ লগতে গাঁওখনেও খাইছিল—খৰিয়াল নলগাকৈ। ঝুম-খেতিৰ উৎপাদনেৰে বকলীয়া ঘাটৰ ৰামবৰণৰ দোকান ঘৰ ঠাহ্ খাই পৰিছিল - তিল আৰু কপাহেৰে। লাংফেৰ মৌজাৰ কুৰ্না ইংতি হৈ পৰিছিল এক নামী পৰিয়াল। চাহাবে দি যোৱা খাঁজা বন্দুকটো উলিয়াই ছাৰমেনে এতিয়াও স্মৰণ কৰে—তাহাঁতৰ উঁৰলিব ধৰা পৰিয়ালটোৰ ইতিবৃত্ত।

সেই উত্তৰণৰ গুৰিতে হেনো সিহঁতৰ ম'হ হাল। মতা মহ'টোৰ নাম আছিল—ল'ৰপ্ আৰু মাইকী ম'হজনীৰ নাম আছিল—চম্না। যমুনাৰ পাৰত ম'হজনী জন্মিছিল বাবেই

হেনো নাম থৈছিল—চম্‌না। ম'হজনী বৰ লক্ষ্মী আছিল। মহ'হাল মহং ডিজ্‌বোৰ ডিমাছা সখিয়েকৰ পৰা আনিছিল।

সেই ম'হহালৰেই বংশধৰ হ'ল—হেৰাই যোৱা ল'ৰপ্‌টো। কুৰ্‌নাৰ আবুৰেকে মৰাৰ সময়ত কৈছিল—ম'হটোৰ যত্ন লবলৈ। কিন্তু ক'তা? ইমান বিচাৰিও তাৰ ছাটোকে দেখা নোপোৱা হ'ল। ম'হটো নাপালে যে বুঢ়ীৰ দহা পতাৰ সপোন মিছাই হ'ব। ঘৈণীয়েকৰ কথা মনত পৰাত ছাৰমেনৰ মনটো বেদনা গধুৰ হৈ পৰিল। ধপাতৰ ধোঁৱা উলিয়াই উলিয়াই নাতিয়েকৰ পিচে পিচে যাব ধৰিলে—ক্ৰমান্বয়ে নিঃসঙ্গ হ'ব ধৰা তাৰ জীৱনৰ কথাবোৰ ভাবি।

'ককা, সৌবোৰ ম'হ নহয় জানো?'

নাতিয়েকৰ মাত শুনি একান্তমনে ভাবি যোৱা ছাৰমেনে সাৰ পোৱা দি পালে। হাতখনৰ তলুৱাৰে চকুত আঁৰ কৰি সি চাই পঠিয়ালে—ফাগ্ৰাডিছা প্ৰজেক্টৰ মথাউৰিৰ ফালে।

হয়। এজাক ম'হ। -সি মনতে থিৰাং কৰিলে আৰু নাতিয়েকক প্ৰশংসা কৰি ক'লে,—

'অ' দে। তই ভালেই মন কৰিলি। তই মন নকৰা হ'লে, আমাৰ সৰিয়হ তলী ওলালোগৈহে'তেন। বলচোন চাই আহোঁ।'

দুয়ো আগবাঢ়িল, হাতীয়ে অহাযোৱা কৰা বাটটোৰে। চ'তমহীয়া ৰ'দ। কেওফালে কেৱল ধোঁৱাময়, ধুসৰিত। কাঠনিৰ মাজেৰে আহি থাকোঁতে কুৰনাই ৰ'দৰ তাপ অনুভৱ কৰা নাছিল। গছ-গছনি নথকা মুকলি বৰতানিত ৰ'দৰ তাপে তাক আমনি কৰিবলৈ ধৰিলে। হাতীৰ দ খোজত ভৰি দুখন সোমোৱাই সি মাজে সময়ে শাঁত লৈ লৈ যাব ধৰিলে। জুয়ে নোপোৱা বৰতানিৰ ঠৰঙা ঠাৰিবোৰৰ আঁচোৰ এৰাই এৰাই দুয়ো আগবাঢ়িল।

ম'হটো পালেই সি এইবাৰ এৰি নিদিয়ে। লাগিলে সি দিনটো ম'হকেই চৰাব। ম'হটো নোপোৱাত তাৰ কিমান ক্ষতি হ'ল! বালিজানৰ বঙালী মথাইহাল নমালেই। ম'ৰাপাট আহুখান এবেগেত হ'ল। ফাগ্রাডিছা প্ৰজেক্টৰ পানীৰে তাৰ মাটি কেইডৰা চপ্‌চপীয়া হোৱা সি দেখি আহিছে।

এৰা, এতিয়াতো আকাশৰ মেঘলৈ বাট চাব নালাগে! নৈৰ পানী পথাৰ পোৱাইছেহি—চৰকাৰে। এতিয়াই যদি মোনাফা ল'ব নোৱাৰিলে কেতিয়া লব? ম'হটো পালে বঙালীবোৰৰ দৰে সিও পথাৰত হাল নমাই দিব।—ছাৰমেনে নীৰৱে কথাবোৰ পাঙি গ'ল।

'ককা!'

'কি?'

'বিলটোৰ কাষত সৌটো ম'হ নহয় জানো?'

ছাৰমেনে বিলটোৰ ফালে ঘূৰি চালে। ঠিকেই।

বোকাত দাব লৈছেনেকি বাৰু?

'প'মেন, আহচোন আহ। চাই আহোঁ।'

ম'হটোৰ কাষ চপাৰ লগে লগে ছাৰমেনৰ বুকুখন দুৰু দুৰুকৈ কঁপিবলৈ ধৰিলে। সেয়াচোন তাহাঁতৰ ম'হ ল'ৰপ্! কিন্তু······

'ককা, অ' ককা। সেয়াচোন ল'ৰপ্।'

'অঁতোন।'

'ল'ৰপ্। হেই ল'ৰপ্, আহ, আহ।'—বৰ মৰমেৰে কুৰ্‌নাই তাৰ ম'হটোক মাতিলে, অতি আশাভৰা মনটিৰে।

কুৰ্‌নাৰ মাত শুনিও ম'হটোৱে লৰচৰ নকৰা দেখি সি ককাকৰ মুখলৈ চাই সুধিলে,—

'কি হ'ল ককা? তাৰ দেখোন সাৰ-সুৰেই নাই।'

'অঁ। তই ইয়াতে থাকচোন। মই চাই আহোঁ।'

দাখন হাতত লৈ ছাৰমেনে বিলটোৰ দাঁতিলৈ নামি গ'ল। কুৰ্নাই পাৰৰ পৰাই উদগ্ৰীৱভাবে চাই ৰ'ল। হঠাতে ম'হটোৰ শিং কটা দেখি কুৰ্নাই আচৰিত হৈ চিঞৰি উঠিল,—

'ককা, কিয় কাটিছ তাৰ শিংটোক ?'

'প'মেন, তোৰ ল'ৰপে আৰু সাৰ নাপায়।'

'কি কলি ! সি মৰিলনেকি ককা ?'

'অঁ।'—শিং ডোখৰ হাতত লৈ পাৰলৈকে উঠি আহিল।

ভৰি দুখনত লাগি অহা বোকাখিনিও তাৰ ধুবলৈ মন নগ'ল। মথাউৰিৰ কাষে কাষে চৰি থকা ম'হজাকলৈ বিষণ্ণ মন এটিৰে সি চাই পঠিয়ালে। পিঠিত বগলিৰে সৈতে নিবিড়ভাবে চৰি থকা ম'হজাক দেখি, তাৰ অন্তৰৰ পৰা হুমুনিয়া ওলাই আহিল— দীঘলকৈ।

মথাউৰিৰ পথেৰে দুয়ো উভতি আহোঁতে, কান্ধত ম'হৰ শিংটো লৈ নীৰৱে আহি থকা ককাকক কুৰ্নাই সুধিলে,—

'ককা, আমাৰ ম'হটো মৰিল কেনেকৈ !'

'নেজানো প'মেন। আমি বিচাৰি আহি ভালেই কৰিলোঁ। শগুণে চুৰা কৰাৰ আগতে তাৰ শিংটো যে পালোঁ, সেয়াই আমাৰ পৰম লাভ। ইয়াৰে পেঁপা কৰি তোৰ আবু আয়েৰাৰ দহাত বজাম, বুজিছ।'

কথাখিনি কওঁতে তাৰ মাত থোকাথুকি হৈ পৰিছিল। চকু দুটাও চল্‌চলিয়া হৈ আহিব ধৰিলে। ককাকৰ অৱস্থা দেখি কুৰ্নাই বিচলিত হৈ সুধিলে,—

'ককা, তই কান্দিছনেকি ?'—সিও কন্দনামুৱা হ'ল।

'নাই কন্দা প'মেন, নাই কন্দা। তই থাকোঁতেনো কান্দিম কিয় ? আমাৰ ল'ৰপ্ মৰিল, কিন্তু মই ধাৰি দিয়া ফৰিংটো

আছে নহয়। তাৰেই হাল বামগে, বুজিছ।'—নিজৰ ভাব সম্বৰণ কৰি ক'লে।

ককাকে কোৱা ধেমেলীয়া কথাষাৰ কুৰ্‌নাই বুজিব নোৱাৰি সুধিলে,—

'ফৰিং! তই ধৰি দিয়া ফৰিংটো।'

'অঁ।'

'কিয়, সেই ফৰিংটোৱে হাল বাই থাকোঁতেই আমাৰ মেকুৰীজনীয়ে থাপ মাৰি খাই পেলোৱাহিনাই?'

'অঁতোন। খাওঁক দে। ধান পকা সময়ত আকৌ পাম নহয়। এইবাৰ কিন্তু ডাঙৰ চাই বন-ফৰিং এটা ধৰি দিমদেই, প'মেন।'

'অঁ। মেকুৰীয়ে খাব নোৱাৰা সমান ডাঙৰ হ'ব লাগিব কিন্তু।'

মৰি থকা তাৰ মৰমৰ ল'ৰপ্‌টোৰ কথা পাহৰাই ৰাখিবলৈকে ছাৰ্‌মেনে নাতিয়েকৰ আগত কল্পনাৰ জগত এখন আঁকি দিলে। বন ফৰিঙৰ আমেজ পাই নাতিয়েকৰ খোজবোৰ খৰ হ'ল। নাতিয়েকৰ বিষণ্ণ হৈ উঠা মনলৈ আনন্দ ঘূৰি অহাত সি ভাল পালে। নাতিয়েকৰ মনত আনন্দ দি, ছাৰমেনে কিন্তু নিজেই কান্দি গ'ল—অন্তৰৰ গভীৰ তলীত, নীৰৱে। □